SANSKRITIR JANMA ARU JIWAN

by Sri Uma Sarma

---

শ্ৰীযুতা অভয়া শৰ্মাৰ
দ্বাৰা প্ৰকাশিত

প্ৰথম প্ৰকাশ : চেপ্তেম্বৰ, ১৯৮৪
দ্বিতীয় প্ৰকাশ : মাৰ্চ, ১৯৯৪

বেটুপাত : সমীৰ তাঁতী

মূল্য ঃ ৩৫·০০ টকা

---

মুদ্ৰক :
মণিকূট প্ৰিণ্টাৰ্চ
আমবাৰী, লেম্ব ৰ'ড
গুৱাহাটী—১

# পাতনি

"সংস্কৃতিৰ জন্ম আৰু জীৱন" নামৰ সৰু পুথিখনত লেখকে মানৱ জাতিৰ কোনটো স্তৰত কেনেকৈ সৌন্দৰ্যবোধৰ উদয় হ'ল আৰু এই সৌন্দৰ্যবোধক অৱলম্বন কৰিয়ে কেনেকৈ মানুহৰ সমাজ-জীৱন উন্নত কৰাৰ আৰু সুন্দৰ কৰাৰ চেষ্টা চলিল তাৰে এটা আভাস দিয়াৰ চেষ্টা কৰিছে। বিভিন্ন দেশৰ বিভিন্ন যুগৰ বহুতো খ্যাতনামা দাৰ্শনিক আৰু সংস্কৃতিবিদৰ মতামতক আশ্ৰয় কৰি লেখকে সংস্কৃতিৰ এটা সংজ্ঞা দিয়াৰো চেষ্টা কৰিছে।

সংস্কৃতিৰ বিকাশৰ পথত কেনেকৈ সাহিত্যৰ সৃষ্টি হ'ল, সাহিত্যৰ কেনেকৈ বিকাশ হবলৈ ধৰিলে, সাহিত্যই মানুহৰ জীৱন সুন্দৰ কৰি তোলাত কি ধৰণে অৰিহণা যোগাই, আহিছে এইবিলাক কথাও লেখকে আলোচনা কৰিছে।

প্ৰকৃতিত মানৱ জাতিৰ অস্তিত্বৰ সংগ্ৰামেই মানুহক কেনেকৈ ইতৰ প্ৰাণীৰ পৰা পৃথক কৰি আনিলে, মানুহক পৰস্পৰ সম্পৰ্কত আবদ্ধ কৰি তুলিলে, এই সম্পৰ্কবোৰেই বিকাশৰ এটা স্তৰত কেনেকৈ মানৱ সমাজখন শ্ৰেণী বিভক্ত কৰি পেলালে, শ্ৰেণী বিভক্ত মানৱ সমাজত কেনেকৈ শ্ৰেণী সংগ্ৰাম চলিব ধৰিলে আৰু এই শ্ৰেণী সংগ্ৰামে সমাজৰ সংস্কৃতি, সাহিত্য সকলোৰে ওপৰত কেনেকৈ প্ৰভাৱ বিস্তাৰ কৰিলে এই আটাইবোৰ কথাকেই লেখকে আলোচনা কৰাৰ চেষ্টা কৰিছে।

মানৱ সমাজ শ্ৰেণী বিভক্ত হৈ পৰাৰ পিছত, সমাজৰ সভ্যতা আৰু সংস্কৃতি উভয়েই যে শ্ৰেণী সংগ্ৰামৰ মাজেৰেই আগবাঢ়ি আছে তাকো লেখকে আলোচনাৰ মাজেৰে ফুটাই তোলাৰ চেষ্টা কৰিছে। সংস্কৃতিৰ জন্ম আৰু বিকাশৰ ওপৰত মৌলিক আলোচনা কৰাৰ চেষ্টা কৰিছে যদিও, লেখকে 'সাহিত্য' সম্পৰ্কে কৰা আলোচনাতহে অধিক গুৰুত্ব দিয়াটো পৰিলক্ষিত হৈছে।

সাম্প্ৰতিক কালছোৱাত সংস্কৃতিৰ ওপৰত বিশেষকৈ সাহিত্যৰ ওপৰত এটা মৌলিক আলোচনাৰ প্ৰয়োজন আমাৰ উঠি অহা ডেকা-গাভৰু চামে অনুভৱ কৰাটো পৰিলক্ষিত হৈছে যদিও আমাৰ লব্ধ প্ৰতিষ্ঠ প্ৰবীণ সাহিত্যিক আগবাঢ়ি অহাটো পৰিলক্ষিত হোৱা নাই। লেখকে নিজৰ অক্ষমতা আৰু জ্ঞানৰ সীমাবদ্ধতা সম্পৰ্কে সম্পূৰ্ণ সজাগ। সেই কাৰণেই হয়তো এই পুথিখনত বিভিন্ন প্ৰসঙ্গৰ আলোচনা কৰিও নিজস্ব অভিমত এটা দাঙি ধৰাতকৈ বিভিন্ন দেশৰ বিভিন্ন যুগৰ মনীষীসকলৰ অভিমত কিছুমান দাঙি ধৰাত অধিক গুৰুত্ব দিছে। লেখকৰ চেষ্টা নিঃসন্দেহে প্ৰশংসনীয়। আমি আশা কৰো সাহিত্য আৰু সংস্কৃতিৰ সম্পৰ্কত বাপ থকা বুদ্ধিজীৱীসকলক এই পুথিখনে আৰু বিশদ আলোচনাত প্ৰবৃত্ত কৰিব পাৰিব।

এই পুথিখনৰ আটাইখিনি কথায়ে লেখকৰ চাৰিটা দীঘলীয়া প্ৰবন্ধৰ যোগেদি 'নতুন পৃথিৱী'ত প্ৰকাশিত হৈছিল। এই প্ৰবন্ধ কেইটাকে আকৌ চালি-জাৰি, চকু ফুৰাই চাই, প্ৰয়োজন অনুসাৰে গ্ৰহণ বৰ্জন কৰি লেখকে পুথি আকাৰে প্ৰস্তুত কৰিছে। এই অক্লান্ত শ্ৰম আৰু এই সৃষ্টি নিশ্চয় অভিনন্দনযোগ্য।

সাম্প্ৰতিক কালত যিকোনো পুথিৰ প্ৰকাশেই অত্যন্ত ব্যয়বহুল। তৎস্বত্বেও নতুন সাহিত্য পৰিষদৰ সহযোগী সাহিত্য আলোচনা চক্ৰ, শিলঙে এই পুথিখন প্ৰকাশ কৰাৰ দায়িত্ব বহন কৰাৰ কাৰণে আমি তেওঁলোকক অভিনন্দন জনাইছোঁ। ইতি—

শ্ৰীঅনিল ৰায়চৌধুৰী
সম্পাদক
নতুন সাহিত্য পৰিষদ, অসম

১ আগষ্ট, ১৯৮৭
গুৱাহাটী—

# প্ৰথম প্ৰকাশৰ একাষাৰ

সংস্কৃতি সম্পৰ্কে আমাৰ বহুতৰে ধাৰণা স্পষ্ট নহয়। এনে অস্পষ্ট ধাৰণাৰ ফলতেই সংস্কৃতিক কেতিয়াবা কৃষ্টিৰ সৈতে, কেতিয়াবা সভ্যতাৰ সৈতে একে বুলি বেছিভাগেই ভুল কৰে। সৰ্বসাধাৰণ মানুহে সংস্কৃতি মানে নাচ-গান আদিয়েই বুজে, যদিও নাচ-গান সংস্কৃতিৰেই অঙ্গ। কিন্তু এনে ধাৰণাৰ পৰা সংস্কৃতিৰ পৰিসৰ যে ঠেক কৰি তোলা হৈছে তাত কোনো সন্দেহ নাই।

সংস্কৃতিৰ অৰ্থ বৰ ব্যাপক, কেৱল ব্যাপকেই নহয়, সমাজৰ সৈতে ইয়াৰ সম্পৰ্ক তেজ-মঙহৰ। সংস্কৃতিৰ সংজ্ঞা লৈ বিভিন্ন পণ্ডিতৰ মাজত বিস্তৰ মত বিৰোধ থাকিলেও ইয়াৰ চৰিত্ৰৰ আৰু পৰিসৰৰ ব্যাপকতা সম্পৰ্কে কোনো দ্বিমত নাই যদিও এই ক্ষেত্ৰত নৃতাত্বিকসকলৰ (Anthropologist) সংজ্ঞা আৰু বিশ্লেষণ তুলনামূলকভাৱে অধিক অৰ্থবহ আৰু কাৰ্যকৰী তথা বিজ্ঞানসন্মত। পোলিছ নৃতাত্বিক ডঃ মেলিনস্কিৰ ভাষাত কবলৈ গলে– "Culture may be defined as a system of derived needs and an organised system of purposeful activities."

অৰ্থাৎ সংস্কৃতিৰ এটা নিৰ্দিষ্ট উদ্দেশ্য আছে। মানুহৰ উদ্দেশ্যধৰ্মী কাম কাজৰ পৰিপূৰক হিচাবেহে এক নিৰ্দিষ্ট নিয়মৰ মাজেদি সংস্কৃতিৰ জন্ম আৰু বিকাশ। Prof. Krober য়েও একে মতকেই পোষণ কৰে। তেওঁৰ মতে "Culture is the special and exclusive product of man and is their distinctive quality in the cosmos."

সংস্কৃতি কোনো বিমূৰ্ত্ত বিষয় নহয় বাবেই সমাজৰ পৰা বিচ্ছিন্ন কৰি ইয়াক বিশ্লেষণ কৰাও অসম্ভৱ। সমাজ বিকাশৰ নিৰ্দিষ্ট স্তৰ আৰু মূল্যবোধৰ সৈতে সংস্কৃতিৰ তেজ-মঙহৰ সম্পৰ্কৰ বাবেই অধ্যাপক কে সিঙে সংস্কৃতিক 'a complex pattern of inter-dependent

traits' বুলি অভিহিত কৰিছে। উদাহৰণ স্বৰূপে আমাৰ পৰিয়ালৰ ভাই-ভনী, মা-দেউতাৰ মাজত থকা সম্পৰ্ক যি সম্পৰ্ক দৰাচলতে এটা সংস্কৃতিক কণহে --এনে কণৰ চৰিত্ৰ বিশ্লেষণ অসম্পূৰ্ণ হ'বলৈ বাধ্য যদিহে সমাজৰ আচাৰ-ব্যৱহাৰ, ৰীতি নীতি আৰু মূল্যবোধৰ (norms and values) প্ৰভাৱৰ কথা গুৰুত্ব দিয়া নহয়। কিয়নো পৰিয়ালৰ সদস্যসকলৰ মাজৰ আন্তৰিক সম্পৰ্কৰ মানদণ্ড নিৰ্ভৰ কৰে সমাজৰ ৰীতি-নীতি আৰু মূল্যবোধৰ ওপৰত। আৰু সহজ কৈ বুজিবলৈ হ'লে সংগীতৰ ওপৰত ভিত্তি কৰি গঢ়ি উঠা সংস্কৃতিৰ প্ৰসঙ্গ লব পাৰি। বাদ্যযন্ত্ৰৰ কাৰিকৰী বিকাশৰ সম্পৰ্কটো বাদ দি এই সংস্কৃতিৰ চৰিত্ৰ আৰু গঠন বিজ্ঞানসম্মতভাৱে আলোচনা কৰা অসম্ভৱ। সংস্কৃতিৰ (Inter dependent traits) বাবেই নৃতাত্বিকসকলে সংস্কৃতিৰ কেইটা-মান মৌলিক বিশেষত্ব আছে বুলি মত প্ৰকাশ কৰিছে।

যেনে—

ক) সংস্কৃতি সামাজিক

খ) সংস্কৃতি সদায়েই আদৰ্শানুগ

গ) সংস্কৃতি মানুহৰ সামাজিক পৰম্পৰাৰ প্ৰতিফলন

ঘ) সংস্কৃতিয়ে সদায়েই মানুহৰ চাহিদা পূৰণ কৰে

ঙ) সংস্কৃতি মানুহৰ ক্ষমতাৰ আদৰ্শগত প্ৰতিফলন

চ) সংস্কৃতি মানৱ সমাজৰ সৃষ্টি।

মূলতঃ উপৰোক্ত বিশেষত্ববোৰৰ ওপৰত ভিত্তি কৰিয়েই নৃতাত্বিকসকলে সংস্কৃতিক দুটা ৰূপত ভাগ কৰিছে। যথা পাৰ্থিৱ (Material) আৰু অপাৰ্থিৱ (Non Material)। পাৰ্থিৱ সংস্কৃতিৰ ভিতৰত ধৰিলৈ গলে মানৱ সভ্যতাৰ সকলো নিৰ্মাণ সামগ্ৰী লোৱা হৈছে ঘৰ বাৰী, কাপোৰ-কানি, বাচন-বৰ্তন কাৰিকৰী বিকাশ ইত্যাদি সকলো। অন্যহাতে মানুহৰ আদৰ্শগত বা বৌদ্ধিক তথা নৈতিক চেতনাৰ ওপৰত ভিত্তি কৰি অপাৰ্থিৱ সংস্কৃতিক শ্ৰেণী বিভাগ কৰিবৰ চেষ্টা কৰা হৈছে। সচেতনতা বা জ্ঞান—যি চেতনাই পাৰ্থিৱ সংস্কৃতিক সুপৰিকল্পিতভাৱে পৰিচালনা তথা ব্যৱহাৰ কৰাত মানুহক সহায় কৰে (satisfies social needs)—এনে চেতনাকেই অপাৰ্থিৱ সংস্কৃতি বুলি কোৱা হৈছে।

আচৰণতে আদিম অৱস্থাৰ পৰাই বিমূৰ্ত ৰূপৰ বাস্তৱায়নৰ (Abstract Idealisation) মাজেদিয়েই ওপাখিৰ সংস্কৃতিৰ জন্ম আৰু বিকাশ। অসমীয়া ভাষাত সংস্কৃতি' সম্পৰ্কে কোনো বিজ্ঞান সন্মত আলোচনা বিলোচনা হোৱা নাই। ছেগা-চোৰোকাকৈ দুই এজনে আলোচনা কৰিবলৈ চেষ্টা নকৰাও নহয়। ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালাই বোধকৰো প্ৰথমে বিজ্ঞান সন্মতভাৱে সংস্কৃতি'ৰ বিশ্লেষণ কৰিবলৈ যত্ন কৰিছিল। শেহতীয়াভাৱে প্ৰকাশিত অসমীয়া কিতাপৰ ভিতৰত ডঃ বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ 'ছেৰ শ বছৰীয়া অসমীয়া সংস্কৃতিত এভুমুকি'ত (অসম প্ৰকাশন পৰিষদ, ১৯৭৮) বৈজ্ঞানিক দৃষ্টিভংগীৰে অসমীয়া সংস্কৃতি বিকাশৰ ধাৰা পৰ্যালোচনা কৰাৰ চেষ্টা কৰা হৈছে।

'সাহিত্য আলোচনা চক্ৰ, শ্বিলং'এ—উত্তৰ পূৰ্বাঞ্চলৰ বিভিন্ন জাতি উপজাতিৰ সাহিত্য সংস্কৃতি বিষয়ৰ ওপৰত আলোচনা চক্ৰ আদি সময়ে সময়ে পাতি শ্বিলং তথা মেঘালয়ত প্ৰগতিশীল সাহিত্য আদি চৰ্চাৰ বাট মুকলি কৰিবৰ বাবে প্ৰয়াস কৰি আহিছে। প্ৰধানতঃ অসমীয়া ভাষাত এনে ধৰণৰ বিজ্ঞান সন্মত কিতাপৰ অভাৱৰ কথা লক্ষ্য ৰাখিয়েই 'সাহিত্য আলোচনা চক্ৰ'ই শ্ৰীযুত উমা শৰ্মাৰ এই গ্ৰন্থখনি প্ৰকাশ কৰিবলৈ হাতত লয়। শ্ৰীযুত শৰ্মাই কিতাপখনত সংস্কৃতিৰ জন্ম আৰু বিকাশৰ বিজ্ঞান সন্মতভাৱে তথ্য সমৃদ্ধ আলোচনা কৰিবলৈ প্ৰয়াস কৰিছে। অসমীয়া পাঠকৰ উপকাৰত আহিলে আমাৰ প্ৰয়াস সাৰ্থক হ'ব।

'সাহিত্য আলোচনা চক্ৰ শ্বিলং'ৰ সমূহ সদস্য বৃন্দৰ উদ্যমহতীয়া প্ৰচেষ্টাৰ বাবেই কিতাপখন প্ৰকাশ কৰাৰ সম্ভৱ হৈ উঠিল। কিতাপ খন প্ৰকাশৰ ক্ষেত্ৰত দিহা পৰামৰ্শ আৰু বিভিন্ন প্ৰকাৰে সহায় আগবঢ়োৱা বাবে বন্ধু—সুভাষ সাহা আৰু সমীৰ তাঁতীক আমাৰ আন্তৰিক ধন্যবাদ জনালো। নৱযুগ প্ৰেছৰ কৰ্মচাৰী বন্ধুসকলৰ সহায় সহযোগৰ বাবে আমাৰ আন্তৰিক কৃতজ্ঞতা জনালো।

ঘন গোহাঁই
সম্পাদক,
সাহিত্য আলোচনা চক্ৰ, শ্বিলং

১ চেপ্তেম্বৰ, ১৯৮৪

# দ্বিতীয় প্ৰকাশৰ একাষাৰ

নতুন সাহিত্য পৰিষদৰ সহযোগী শ্বিলঙৰ 'সাহিত্য আলোচনা চক্ৰ'ই উমা শৰ্মা ৰচিত "সংস্কৃতিৰ জন্ম আৰু জীৱন" নামৰ কিতাপখনি প্ৰকাশ কৰি এটি অতি উপযোগী কাম কৰিছে বুলি আমি তেওঁলোকক আমাৰ আন্তৰিক অভিনন্দন যাচিছোঁ। কিতাপখনি যে মূল্যবান তাক শ্ৰীঅনিল ৰায় চৌধুৰী (নতুন সাহিত্য পৰিষদ, অসম) আৰু শ্ৰীঘন গোঁহাইয়ে (সাহিত্য আলোচনা চক্ৰ, শ্বিলং) পূৰ্বৰ সংস্কৰণৰ বাট চ'ৰাত উল্লেখ কৰিছে।

এই কিতাপখনি মই নিজে পঢ়াৰ পিছত মুগ্ধ হৈছোঁ আৰু ভাবিবলৈ লৈছোঁ যে, কিতাপ প্ৰকাশ কৰিলে এনে দ'কৈ চিন্তা কৰি লিখা কিতাপহে প্ৰকাশ কৰিব লাগে। কাৰণ, সকলো পৰা ব্যক্তিগত ভাবে মই 'আৱাহন' আলোচনী আৰু 'ৰাইড ইণ্ডিয়া কোম্পানী'ৰ (কিতাপ-পত্ৰৰ প্ৰকাশক, কলিকতা) লগত জড়িত আছিলো।

প্ৰয়াত উমা শৰ্মাদেৱৰ পৰিবাৰ শ্ৰীযুতা অভয়া শৰ্মাই এই কিতাপখনি দ্বিতীয় প্ৰকাশৰ বাবে মোক দায়িত্ব দিয়াত মই ছপা কৰি উলিয়াইছোঁ। এইখন কিতাপ ছপা কৰি উলিওৱাৰ বাবে যাবতীয় খৰচ শ্ৰীযুতা শৰ্মাই বহন কৰিছে। মই প্ৰকৃততে কিতাপখনি পৰিবেশনাৰ দায়িত্বতহে থাকিম। এইবাবে শ্ৰীযুতা শৰ্মালৈ মোৰ আন্তৰিক কৃতজ্ঞতা আগবঢ়াইছোঁ।

উমা শৰ্মাদেৱৰ লিখনিৰে কওঁ, "সৌন্দৰ্যবোধ আহি পৰাৰ পিছত মানুহৰ সকলো কাম-কাজত, সকলো ধৰণৰ সৃষ্টিতে প্ৰয়োজনীয়তাৰ উপৰিও সুন্দৰ কৰি সৃষ্টি কৰাৰ প্ৰবৃত্তি আহি পৰিল। লাহে লাহে সমাজ জীৱনত মানুহে তৈয়াৰ কৰা সকলো বস্তুতে, মানুহৰ ৰীতি-নীতিবোৰত, মানুহৰ মাত-কথাত সকলোতে এই সৌন্দৰ্যবোধ প্ৰয়োগ কৰিব ধৰিলে। মানুহৰ সকলো প্ৰয়োজনীয় বস্তু, সকলো কাজ-কৰ্ম, সকলো আচাৰ-ব্যৱহাৰ, সকলো ৰীতি-নীতিতে সৌন্দৰ্যৰ ৰহণ লগা আৰম্ভ হোৱাত সমাজৰ সকলো সৃষ্টিয়ে নতুন ৰূপ ললে। মানুহৰ কাজ-কৰ্ম, উৎপাদন, ৰীতি-নীতি, মাত-কথা সকলোতে সৌন্দৰ্যবোধৰ প্ৰয়োগ কৰি মানুহৰ জীৱন আৰু মানৱ সমাজ সকলোকে সুন্দৰ কৰি গঢ়ি তোলাৰ যি প্ৰচেষ্টা তাকেই সাধাৰণ ভাৱে সংস্কৃতি বুলি কোৱা হয়।"

মানুহে এই পৃথিৱীখনত বাস কৰা সকলো সমাজকেই সুন্দৰ কৰি তোলাৰ এই প্ৰক্ৰিয়া যুগ যুগ ধৰি ধাৰাবাহিকভাৱে চলি আছে। কিন্তু দেখা যায় যে, এই কৰ্য্যতো ক'ৰবাৰ পৰা অদৃশ্য হাতে আহি বাধা দিয়ে। তেওঁলোকে সংস্কৃতিক সুন্দৰ ভাবে প্ৰকাশ নকৰি অসুন্দৰৰ হাতত গতাই দিব খোজে। ইয়াৰ প্ৰকৃত কাৰণ এই বুলি ক'ব পাৰি যে, বিশ্বৰ পুঁজিপতি সকলে তেওঁলোকৰ স্বাৰ্থ পূৰণক অক্ষুণ্ণ কৰি ৰাখিবলৈ সদায় সমাজখনক একেদৰে থকাটোকে বিচাৰে। সমাজখনৰ বৈজ্ঞানিক পৰিবৰ্তন তেওঁলোকে নিবিচাৰে। সমাজখনক অনুন্নত কৰি ৰাখি সদায় শোষণ কৰিবলৈ বিচাৰে। সেয়ে, তেওঁলোকে মানুহক প্ৰকৃত জ্ঞান আহৰণ কৰিব পৰাৰ পৰা বিভিন্ন উপায়ে বঞ্চিত কৰি ৰাখে। তেওঁলোকে অন্ধবিশ্বাস, সতীদাহ প্ৰথা, নৰবলি প্ৰথা, বহু বিবাহ, ধৰ্মান্ধতা, আদি ধাৰণাবোৰ কৌশলেৰে মানুহৰ মনত সুমুৱাই দি তাক বিস্তাৰ লাভ কৰিবলৈ প্ৰচেষ্টা চলায়। ইয়াৰ উপৰিও সাম্ৰাজ্যবাদী দেশবোৰে বিশেষকৈ মাৰ্কিন সাম্ৰাজ্যবাদৰ শাসকগোষ্ঠীয়ে পাৰমানৱিক অস্ত্ৰৰ সহায়ত গোটেই বিশ্বকে ভীতি প্ৰদৰ্শন কৰি আছে আৰু জগতে যুদ্ধৰ ভুৰ্মকি দি আছে। যুদ্ধই সকলো দেশৰ সংস্কৃতিক বিনাশ কৰে। যোৱা দ্বিতীয় বিশ্ব-যুদ্ধই জৰ্মানী, ইটালী, জাপান আদি দেশত কি ধৰণৰ ধ্বংস-লীলা সংঘটিত কৰিছিল, সি অবৰ্ণনীয়। বহু যুগৰ সাহিত্য-সৃষ্টি, শিল্প-কলা-ভাস্কৰ্য্য আদি নিমিষতে পুৰি ছাই হৈ গৈছিল। সেয়ে, সংস্কৃতিক বচাবলৈ হলে "সংস্কৃতিৰ জন্ম আৰু জীৱন" সম্পৰ্কে জানি লোৱাটো একান্ত প্ৰয়োজন।

শেষত, আশা কৰিছোঁ পাঠক ৰাইজে এই কিতাপখনি পঢ়ি সংস্কৃতি সম্পৰ্কে এটি স্পষ্ট ধাৰণা কৰিব পাৰিব।

এইখিনিতে মণিকূট প্ৰিন্টাৰ্চৰ সকলো কৰ্মী আৰু স্বত্বাধিকাৰী, অভিনেতা, লেখক ড° মুনীন দাসে কিতাপখনি ছপোৱা কাৰ্য্যত যত্ন লোৱা বাবে আৰু কবি-শিল্পী, শ্ৰীসমীৰ তাঁতিয়ে এইখন কিতাপৰ বেটুপাত নতুনকৈ আঁকি দিয়া বাবে তেওঁলোকক ধন্যবাদ জনালোঁ। ইতি—

বিনীত

**শ্ৰীদিলীপ শৰ্ম্মা**

পৰিবেশক, আৱাহন প্ৰকাশনৰ হৈ।

আশ্ৰম ৰোড, ৩ নং উপপথ,

দক্ষিণ শৰণীয়া, গুৱাহাটী— পিন ৭৮১০০৭।

তাৰিখ, ইং ১২/৩/৯৪

# সূচীপত্র

## প্ৰথম খণ্ড



## দ্বিতীয় খণ্ড

## তৃতীয় খণ্ড



## চতুৰ্থ খণ্ড

# ২ ঃ প্ৰকৃতি, মানুহ আৰু মানৱ সমাজ

প্ৰকৃতিৰ নিজস্ব নিয়মৰ দ্বাৰাই প্ৰকৃতিৰ বুকুত পৃথিবীৰ জন্ম হৈছে আৰু পৃথিবীৰ বুকুত নানা বিধ জীৱৰ সৃষ্টি হৈছে আৰু হৈ আছে। জীৱ মাত্ৰৰেই সাধাৰণ চৰিত্ৰ হ'ল জীয়াই থকাৰ প্ৰবৃত্তি, বংশ বৃদ্ধি কৰাৰ প্ৰবৃত্তি আৰু মৰণলৈ ভয়। জীয়াই থকাৰ প্ৰবৃত্তিৰ কাৰণেই সকলো জীৱেই আহাৰ বিচাৰি ফুৰে আৰু মৰণলৈ ভয় কৰে কাৰণেই আত্মৰক্ষাৰ তাগিদাত নিৰাপদ ঠাই বিচাৰি ফুৰে। এই আহাৰ আৰু নিৰাপত্তাৰ সন্ধান, সেইবোৰৰ প্ৰাপ্তি, সেইবোৰৰ অভাৱ, প্ৰাপ্য পৰিৱেশতে খাপ খুৱাই লবলৈ কৰা প্ৰচেষ্টাৰ মাজেদিয়ে সকলো জীৱৰেই বিকাশ ঘটি আছে, নানা ধৰণৰ ৰূপান্তৰো ঘটি আছে। পৃথিবীত প্ৰাপ্ত প্ৰাকৃতিক পৰি-ৱেশত নিজকে খাপ খুৱাব নোৱাৰি কিছুমান জীৱ কালৰ গতিত পৃথিবীৰ পৰা একেবাৰে নোহোৱা হৈয়ো গৈছে। যিবোৰে প্ৰকৃতিত তথা পৃথিবীতে বিচাৰি পোৱা আহাৰকে খাই জীয়াই থাকিব পৰাকৈ আৰু পৃথিবীতে বিচাৰি পোৱা নিৰাপদ ঠাইতে থাকি বংশ বৃদ্ধি কৰি যাব পৰাকৈ প্ৰাকৃতিক পৰিৱেশৰ লগত নিজকে খাপ খুৱাই লব পাৰিছে সেইবোৰহে বাচি থাকিল। সেইবোৰে প্ৰাকৃতিক নিয়ম অনুযায়ী বিকশিত হব ধৰিলে; আনকি বহু ধৰণে ৰূপান্তৰিত হবও ধৰিলে।

মানুহৰ ক্ষেত্ৰত কিন্তু এটা ব্যতিক্ৰম ঘটিল। এই ব্যতিক্ৰমটো এটা মৌলিক ব্যতিক্ৰম। এই বিধ জীৱে জীয়াই থকাৰ কাৰণে আহাৰ আৰু নিৰাপত্তাৰ কাৰণে নিৰাপদ ঠাই বিচাৰি ফুৰোতে, অসহায়ভাৱে প্ৰকৃতিৰ ওপৰত নিৰ্ভৰশীল হৈ নাথাকি নিজৰ কাৰণে প্ৰয়োজনীয় পৰিৱেশ এটা প্ৰকৃতিকে ৰূপান্তৰিত কৰি হলেও গঢ়ি তোলাৰ চেষ্টাত নামিল। উপযুক্ত আহাৰৰ অভাৱ ঘটিলে, প্ৰকৃতিত প্ৰাপ্য বস্তু কিছুমানকে ৰূপান্তৰিত কৰি খাদ্যৰ উপযোগী কৰি লব ধৰিলে। প্ৰকৃতিত নিজৰ কাৰণে নিৰাপদ ঠাই বিচাৰি নাপালে, প্ৰকৃতিতে প্ৰাপ্য বিভিন্ন সমলক ব্যৱহাৰ কৰি নিৰাপদ ঠাই গঢ়ি লোৱাৰ চেষ্টা চলাব ধৰিলে। আত্মৰক্ষা আৰু নিৰাপত্তাৰ কাৰণে মানুহে প্ৰকৃতিৰ প্ৰতিকূল শক্তিবোৰকো নিয়ন্ত্ৰণ কৰাৰ চেষ্টা চলাব ধৰিলে। প্ৰকৃতিত মানুহৰ অস্তিত্ব বিপন্ন কৰিব বিচৰা জীৱ-জন্তুবোৰক পৰিকল্পিতভাৱে বিকাশ কৰাত লাগিল আৰু মানুহৰ জীৱন ধাৰণৰ কাৰণে সহায়ক হব পৰা জীৱ-জন্তুবোৰক ধৰি আনি, পোহ মনাই, পালন কৰি, সেই-বোৰৰ বংশ বৃদ্ধি কৰাৰো সুবিধা কৰি লব ধৰিলে। মানুহৰ জীৱন ধাৰণৰ কাৰণে সহায়ক হব পৰা প্ৰকৃতিৰ বিভিন্ন গছ-গছনিকো বিচাৰি আনি ৰোপণ কৰি

পৰিকল্পিতভাৱে সেইবোৰৰ বৃদ্ধি কৰাৰ চেষ্টাত লাগিল। জীয়াই থকাৰ কাৰণে আৰু নিৰাপত্তাৰ কাৰণে চলোৱা বিভিন্ন প্ৰচেষ্টাৰ মাজেদি মানুহে এইদৰে প্ৰকৃতিক ৰূপান্তৰিত কৰি যোৱাৰ মাজেদি নিজেও দ্ৰুত গতিত ৰূপান্তৰিত হ'ব ধৰিলে। এক কথাত কবলৈ হলে অন্য জীৱ-জন্তুবোৰে নিজৰ অস্তিত্ব আৰু নিৰাপত্তাৰ কাৰণে সম্পূৰ্ণভাৱে প্ৰকৃতিৰ ওপৰত নিৰ্ভৰশীল হৈ ৰৈ থাকিল, কিন্তু মানুহে নিজৰ অস্তিত্ব আৰু নিৰাপত্তা প্ৰকৃতিৰ ওপৰত সাব্যস্ত কৰি ললে। মানুহৰ বিকাশ আৰু ৰূপান্তৰ যেনেকৈ প্ৰকৃতিৰ নিয়মবোৰৰ দ্বাৰাই ঘটি আছে, প্ৰকৃতিয়ো মানুহৰ কৰ্মৰ দ্বাৰাই ৰূপান্তৰিত হৈ আছে ।

মানুহ কেনেকৈ মানুহ হ'ল, পৃথিবীত এই এচাম জীৱৰ বিকাশৰ গতি কিয় এনেদৰে ঢাল খালে, মানুহে বৰ্ত্তমানৰ স্তৰ পোৱালৈকে বিকাশৰ গতিত কিমান বিলাক কি কি ধৰণৰ স্তৰ পাৰ হৈ আহিছে ইত্যাদি বিষয়বোৰৰ বিশদ আলোচনা কৰাটো এই পুথিৰ উদ্দেশ্যও নহয়, এই পুথিত সম্ভৱো নহয়। আমাৰ আলোচ্য বিষয় 'সংস্কৃতিৰ জন্ম আৰু জীৱন'ৰ প্ৰয়োজনত যিখিনি প্ৰয়োজন হৈ পাৰে সেইখিনি অৱশ্যে আমি প্ৰসঙ্গক্ৰমে উল্লেখ কৰি যাব লাগিব ।

প্ৰকৃতিৰ বিভিন্ন বস্তুক আৰু বিভিন্ন শক্তিক নিয়ন্ত্ৰিত কৰি মানুহৰ স্বাৰ্থত ব্যৱহাৰ কৰিবলৈ হলে সেই বস্তুবোৰৰ আৰু শক্তিবোৰৰ অন্তৰ্নিহিত গুণবোৰ আৰু সেইবোৰক নিয়ন্ত্ৰিত কৰি থকা প্ৰাকৃতিক নিয়মবোৰ বুজাৰ আৱশ্যক হৈ পৰে। মানুহৰ কাৰণে প্ৰয়োজনীয় গছ-গছনি বা খাদ্য শস্য মানুহে খেতি কৰি বৃদ্ধি কৰিবলৈ হলে সেইবোৰৰ বাহ্যিক গুণবোৰ বুজাৰ উপৰিও সেইবোৰ বৃদ্ধি আৰু বিকাশৰ প্ৰাকৃতিক নিয়মবোৰো বুজিব লাগিব। বিভিন্ন জীৱজন্তুক ধৰি আনি পোহ মনাই মানুহৰ স্বাৰ্থত ব্যৱহাৰ কৰিবলৈ হলে সেইবোৰৰ বাহ্যিক গুণবিলাক বুজাৰ উপৰিও সেইবোৰৰ খাদ্যাভ্যাস, বৃদ্ধিৰ নিয়ম আদিও বুজি পাব লাগিব। জুই জ্বলাই মানুহৰ কামত ব্যৱহাৰ কৰিবলৈ হলে জুই কেনেকৈ জ্বলে আৰু কেনেকৈ জুই নুমাব পাৰি সেই নিয়মবোৰো বুজিব লাগিব । এইদৰে মানুহে প্ৰকৃতিত অৰ্থাৎ এই পৃথিবীত নিজৰ অস্তিত্ব সাব্যস্ত কৰিবলৈ যাওতে প্ৰকৃতিৰ যিবোৰ বস্তু, যিবোৰ প্ৰাণী, যিবোৰ প্ৰক্ৰিয়া আৰু ঘটনাৰ লগত মুখামুখি হবলগীয়াত পৰিছিল, সেইবোৰৰ বাহ্যিক গুণবোৰ বুজিব পাৰিছিল, লাহে লাহে সেইবোৰৰ অন্তৰ্নিহিত গুণবোৰো বুজিব পৰা হৈছিল আৰু সেইবোৰৰ বিকাশৰ নিয়মবোৰো বুজিবলৈ সমৰ্থ হৈছিল। বাস্তৱ অৱস্থাই মানুহক জীয়াই থকাৰ কাৰণে সংগ্ৰামত নমাই দিছিল। সেই সংগ্ৰামৰ মাজেদিয়ে মানুহে প্ৰকৃতিৰ

বহুতো বস্তু, বহুতো নিয়ম দেখিবলৈ, বুজিবলৈ আৰু প্ৰকৃতিৰ বহুতো শক্তিক বশ কৰিবলৈ সুযোগ পাইছিল। মানুহে সেই সুযোগবোৰৰ সদ্ব্যৱহাৰ কৰিছিল। প্ৰকৃতিৰ লগত চলি থকা এই অহৰহ সংগ্ৰামত মানুহে এটাৰ পিছত আনটো বিজয় লাভ কৰি আগবাঢ়ি থাকিল আৰু প্ৰকৃতিৰ বহুতো নিয়ম বুজি, বহুতো শক্তিক নিয়ন্ত্ৰিত কৰি নিজৰ স্বাৰ্থত ব্যৱহাৰ কৰিব ধৰিলে। পৃথিৱীৰ প্ৰতিকূল অৱস্থাত মানুহ লুপ্ত হৈ নগ'ল, বিকশিত হ'ল, ৰূপান্তৰিত হ'ল আৰু প্ৰকৃতিকো ৰূপান্তৰিত কৰিব ধৰিলে।

প্ৰকৃতিৰ লগত প্ৰাণী জগতৰ এই অস্তিত্ব আৰু নিৰাপত্তাৰ সংগ্ৰাম পৃথিৱীত জীৱ সৃষ্টি হোৱাৰ পৰাই আৰম্ভ হৈছিল। কিন্তু সদায় আত্মৰক্ষামূলক হৈ আছিল। কিন্তু ক্ৰমে ক্ৰমে বিকাশৰ গতিত মানুহৰ স্তৰ পোৱাৰ পিছত এই সংগ্ৰামে আত্মৰক্ষাৰ উপৰিও আক্ৰমণাত্মক ৰূপ লয়। এই সংগ্ৰাম আজিও চলি আছে আৰু মানৱ জাতি থকালৈকে চলি থাকিব। এই সংগ্ৰামত আমি বহুতো বিজয় অৰ্জন কৰিছো যদিও আৰু বহুত বাকী আছে। আমি অৰ্জন কৰা সফলতা বিকাশৰ ফলতেই আমি পৃথিৱীৰ পৰ্বত, সাগৰ, মৰুভূমি, অৰণ্য সকলোকে মানুহৰ বাসৰ কাৰণে উপযোগী কৰি তুলিছো, সকলো অগম্য স্থানেই মানুহৰ কাৰণে সহজ গম্য হৈ পৰিছে, প্ৰকৃতিৰ বহু বস্তুকেই মানুহৰ স্বাৰ্থত ব্যৱহাৰ কৰিব পৰাকৈ ৰূপান্তৰিত কৰি লবলৈ সমৰ্থ হৈছো, মানুহে বশ কৰিব নোৱাৰা, মানুহৰ স্বাৰ্থত ব্যৱহাৰ কৰিব নোৱাৰা বা মানুহৰ অস্তিত্বত ব্যাঘাত জন্মাব পৰা জীৱ-জন্তুবোৰক হয়তো মাৰি শেষ কৰিছো নাইবা আমি নিৰ্দ্দিষ্ট কৰি দিয়া এলাকা কিছুমানৰ ভিতৰতে আবদ্ধ হৈ থাকিবলৈ বাধ্য কৰাইছো। শক্তি-তাপ আদিক আমাৰ ইচ্ছামতে নিয়ন্ত্ৰণ কৰিছো। প্ৰাকৃতিক নিয়মবোৰক বুজি, সেই বোৰকেই ব্যৱহাৰ কৰি আমি বিজুলী শক্তি উৎপাদন কৰিছো, মহাকাশত, সাগৰৰ তলত সকলোতে ইচ্ছামতে বিচৰণ কৰিছো ইত্যাদি। পৰ্বত, নদী, হ্ৰদ, গছ-গছনি সকলোকে আমাৰ সুবিধা মতে সজাই লবলৈ চেষ্টা চলাই আছো। অৰণ্যত নগৰ পাতিছো, সাগৰৰ পাৰ বান্ধিও নগৰ পাতিছো, আনকি মহাকাশৰ শূন্যতো নগৰ পতাৰ চেষ্টা চলাইছে। সমস্ত পৃথিৱীতে বাস কৰা বিভিন্ন স্তৰৰ, বিভিন্ন ধৰণৰ মানুহৰ মাজত যোগাযোগ, বুজা-বুজি আদিৰ ব্যৱস্থা কৰি লৈছো। বৰ্ত্তমান যুগৰ বিজ্ঞানৰ সৰ্বাধুনিক কৃতিত্ববোৰ দেখি এইটো সহজেই বুজা যায় যে, মানুহৰ প্ৰকৃতিৰ ওপৰত নিয়ন্ত্ৰণৰ ক্ষমতা ক্ৰমে ক্ৰমে বাঢ়ি গৈ এনে এটা স্তৰ পাইছেগৈ, য'ত মানুহৰ নিৰাপত্তাৰ নামত গঢ়ি তোলা অস্ত্ৰ-শস্ত্ৰবোৰৰ দ্বাৰা অকল মানৱ

জাতিকে নহয় সমস্ত পৃথিবীৰ সমস্ত জীৱ-জন্তুকে কেইমিনিটমানৰ ভিতৰতে সম্পূর্ণ ৰূপে ধ্বংস কৰি দিব পৰা শক্তিও মানুহে অর্জন কৰি লৈছে।

বিজ্ঞানৰ কৃতিত্ব আৰু মানুহৰ কর্মই প্রকৃতিক বহু ধৰণে ৰূপান্তৰিত কৰি আছে আৰু থাকিব। কিন্তু তাৰ লগে লগে শাৰীৰিক, মানসিক আৰু আন সকলো ধৰণেই মানুহো যে ৰূপান্তৰিত হৈ আছে সেয়াতো সাধাৰণ চকুৰেই দেখা যায়। প্রকৃতিৰ নিয়ম মতেই প্রকৃতিৰ সকলো বস্তুৱেই গতিশীল, পৰিবর্তনশীল আৰু বিকাশমান। কিন্তু মানুহৰ ক্ষেত্ৰত, তথা মানৱ সমাজৰ ক্ষেত্ৰত যি বিকাশ লাভ আৰু পৰিবর্তন ঘটি আছে তাত প্রাকৃতিক নিয়মৰ উপৰিও মানুহৰ কর্ময়ো এটা গুৰুত্বপূর্ণ ভূমিকা গ্রহণ কৰি আছে। প্রাকৃতিক নিয়ম আৰু মানুহৰ কর্ম, এই দুয়োটাৰ মিশ্রণ আৰু যৌথ প্রভাৱে মানৱ জাতিৰ বিকাশৰ গতিক প্রকৃতিৰ অন্য বস্তুবোৰৰ বিকাশৰ তুলনাত বহুত বেছি জটিল আৰু বহুত বেছি দ্রুততৰ কৰি তুলিছে।

প্রাকৃতিক কাৰণতেই মানুহে আদিম অৱস্থাৰ পৰাই দল বান্ধি থাকিবলৈ আৰু জীয়াই থকাৰ সংগ্রাম চলাবলৈ বাধ্য হৈছিল। এই সম্পর্কত কোনো বিশদ আলোচনাৰ প্রয়োজন নাই। জীয়াই থকাৰ কাৰণে চলোৱা সংগ্রামৰ মাজেদিয়ে মানৱ জাতিয়ে খাদ্য আহৰণকাৰী জীৱৰ পৰা খাদ্য উৎপাদনকাৰী জীৱলৈ উন্নত হৈছিল, নিৰাপদ আশ্রয়স্থল বিচাৰি ফুৰা জীৱৰ পৰা লৈ বাসস্থান সাজি লব পৰা জীৱত পৰিণত হৈছিল। এই উন্নতি সাধন কৰোতে কৰা শ্রমৰ দ্বাৰা মানুহৰ অঙ্গ-প্রত্যঙ্গবোৰৰ উপৰিও মানুহৰ মগজ, মানুহৰ চিন্তা শক্তিৰ আৰু গুণগতভাৱে বিকশিত আৰু পৰিৱর্তিত হৈ আহিছে। মানুহে নিজৰ শ্রমক সহজ আৰু সফল কৰাৰ কাৰণে প্রকৃতিৰ বিভিন্ন সমলৰ পৰা অস্ত্র-শস্ত্র আৰু উৎপাদনৰ সঁজুলি তৈয়াৰ কৰাৰ প্রয়োজন হৈ পৰিছিল আৰু কৰিবলৈ শিকিছিল, সমর্থও হৈছিল। এই উন্নতি সাধন হওতে দল বান্ধি শ্রম কৰা মানুহবোৰৰ পৰস্পৰৰ মাজত বুজা-বুজি, সহনশীলতা, কামৰ বিভাজন, মতানৈক্য হলে নিজৰ ভিতৰতে আলোচনা কৰি এক মতত উপনীত হোৱাৰ প্রয়োজনো আহি পৰিছিল আৰু প্রয়োজনৰ খাতিৰত সেইবোৰৰ কাৰণে কিছুমান উপায়ো ওলাই আহিছিল। নিজৰ অস্তিত্বৰ কাৰণে, শ্রমৰ কাৰণে দল বান্ধি থকা মানুহবোৰ পৰস্পৰ মাজত কিছুমান সম্পর্কত জড়িত হৈ পৰে আৰু কালক্রমত সেই সম্পর্কবোৰেই মানৱ সমাজৰ বিকাশৰ গতিৰ নির্দ্ধাৰক হৈ পৰে।

মানৱ সমাজখন হ'ল প্রকৃতিৰ লগত সংগ্রাম কৰি থকা কর্মৰত মানুহবোৰৰ

এটা দল—যিটোক এটা সৈন্যবাহিনীৰ লগত সহজে বিজাব পাৰি : এটা সৈন্য বাহিনীক উপযুক্তভাৱে গঢ়ি তুলিবলৈ হলে সৰ্বাধুনিক অস্ত্ৰ-শস্ত্ৰৰ প্ৰয়োজন, অস্ত্ৰ পৰিচালনাৰ শিক্ষা দিয়াৰ প্ৰয়োজন, কামৰ বিভাজনৰ প্ৰয়োজন, অনুশাসনৰ প্ৰয়োজন, ঠিকমতে চলি থাকিব পৰাৰ জোখাৰে ৰচদ-পাতি, সাজ-পোচাক আদিৰ প্ৰয়োজন। সংগ্ৰামৰত সৈন্যবাহিনীটোৰ সম্ভাব্য হানিবোৰ পূৰণ কৰি যাব পৰাকৈ সংখ্যা বৃদ্ধি কৰি যোৱাৰ প্ৰয়োজন, সংগ্ৰামত লাভ কৰা বিজয়বোৰক সংহত কৰি যোৱাৰ প্ৰয়োজন আৰু অন্যান্য বহুতো প্ৰয়োজন। এই লেখীয়া প্ৰয়োজনবোৰৰ তাগিদাতেই মানৱ জাতিৰ সৈন্যবাহিনী তথা মানৱ সমাজখনবো বিভিন্ন স্তৰত, বিভিন্ন অঞ্চলত বহু ধৰণৰ ৰীতি-নীতি, আইন-কানুন আদি গঢ়ি উঠিছে।

প্ৰকৃতিৰ লগত চলি থকা মানৱ সমাজৰ তথা মানৱ জাতিৰ সংগ্ৰামৰ বাহ্যিক ৰূপ হ'ল যাইকৈ আমি আৱিষ্কাৰ কৰা প্ৰকৃতিৰ বিভিন্ন নিয়মবোৰক আৰু প্ৰকৃতিৰ বিভিন্ন সমলক ব্যৱহাৰ কৰি আমাৰ প্ৰয়োজনীয় অস্ত্ৰ-শস্ত্ৰ, উৎপাদন সঁজুলি আদি প্ৰস্তুত কৰা আৰু সেইবোৰকেই ব্যৱহাৰ কৰি প্ৰকৃতিৰ বিভিন্ন বস্তুক ৰূপান্তৰিত কৰি আমাৰ প্ৰয়োজনীয় সামগ্ৰীবোৰ উৎপাদন কৰি লোৱা। এই উৎপাদন কাৰ্যত আমি কোনে কি ধৰণে, কি পৰিমাণে অংশগ্ৰহণ কৰো, উৎপাদিত সামগ্ৰীবিলাক আমাৰ ভিতৰত কি ধৰণে বিতৰণ কৰি লওঁ, আমাৰ কাম-কাজবিলাক কি ধৰণে ভগাই ললে উৎপাদন কাৰ্যবিলাক সু-কলমে চলে ইত্যাদি ধৰণৰ কথাবিলাকক কেন্দ্ৰ কৰিয়ে আমাৰ পৰস্পৰৰ মাজৰ সম্পৰ্কবিলাক গঢ়ি উঠে। এই সম্পৰ্ক গঢ়ি উঠা মানুহবোৰৰ সমষ্টিকে সাধাৰণভাৱে মানৱ সমাজ বুলি কোৱা হয়। আমাৰ মাজত গঢ়ি উঠা সম্পৰ্কবোৰক পাৰ্যমানে মধুৰ কৰি তোলাৰ আৰু উৎপাদন কাৰ্যত আমি কৰিবলগীয়া শ্ৰমৰ প্ৰতি আমাক আগ্ৰহান্বিত কৰি তোলাৰ অভিপ্ৰায়ে মানৱ সমাজৰ বাবে বিভিন্ন স্তৰত বিভিন্ন ধৰণৰ ৰীতি-নীতি আইন-কানুন আদি গঢ়ি উঠে।

আদিম অৱস্থাত মানৱ সমাজৰ প্ৰকৃতিৰ লগত চলা সংগ্ৰামত জয়লাভবোৰ আছিল তেনেই ক্ষুদ্ৰ ক্ষুদ্ৰ। মানুহে ব্যৱহাৰ কৰা অস্ত্ৰ-শস্ত্ৰ উৎপাদনৰ সঁজুলি সকলো আছিল অতি সাধাৰণ। উৎপাদন কৰিব পৰা সামগ্ৰী, আহৰণ কৰিব পৰা উপকৰণ সকলো কম আছিল। তদুপৰি মানৱ সমাজ আছিল ক্ষুদ্ৰ ক্ষুদ্ৰ অগণন মানুহৰ দল কিছুমানৰ সমষ্টি। বিভিন্ন দলবোৰৰ মাজত বুজাবুজি আছিল অত্যন্ত কম ; যোগাযোগো আছিল অত্যন্ত কম। পৃথিবীৰ ক্ষুদ্ৰ ক্ষুদ্ৰ অঞ্চল একোটাত বাস কৰা মানুহৰ দল একোটাৰ জনসংখ্যাও আছিল যথেষ্ট কম।

এই ক্ষুদ্ৰ ক্ষুদ্ৰ দল একোটাই আছিল কাৰ্যতঃ একোখন সমাজ। এই দলবোৰৰ প্ৰত্যেকটোৱে আন দলবোৰক শত্ৰু বুলিয়ে গণ্য কৰিছিল আৰু কিবা কাৰণত দেখাদেখি বা মুখামুখি হলেই যুঁজ বাগৰ হৈছিল। সেই আদিম যুগত যুদ্ধত বাহিৰে দলবোৰৰ পৰস্পৰৰ মাজত আৰু কিবা সম্পৰ্ক থকাৰ বাতৰি আমাক ইতিহাসে এতিয়ালৈ দিয়া নাই।

স্বাভাৱিকতেই সেই যুগত একোটা দলৰ মানুহবোৰৰ ভিতৰত গঢ়ি উঠা সম্পৰ্কবিলাকো আছিল অত্যন্ত সৰল। উৎপাদনৰ কাৰণে বা যুদ্ধ-বিগ্ৰহৰ কাৰণে ব্যৱহৃত হোৱা অস্ত্ৰ-শস্ত্ৰ, সঁজুলি সকলো আছিল অতি সাধাৰণ। সকলোৱে সেইবোৰ তৈয়াৰ কৰিব বা ব্যৱহাৰ কৰিবও জানিছিল। উৎপাদিত কৰা বা সামগ্ৰীখিনিও লগে লগে ভগাই খাই পেলোৱাত বাহিৰে জমা কৰি ৰাখিবলৈ কিবা বাকী থকাটো মুঠেই সম্ভৱপৰ নাছিল। উৎপাদন, যুদ্ধ আদিত সকলো মানুহৰেই সমান দক্ষতা আছিল। সকলোৱে সমানে অংশগ্ৰহণ কৰিছিল। গতিকে শ্ৰমৰ বিভাজন, বিতৰণ আদি একোতেই জটিল সমস্যাও নাছিল। অৰণ্য, জলাশয় আদি আছিল মানুহৰ বিচৰণ কৰা আৰু খাদ্য আহৰণ বা উৎপাদন কৰাৰ স্থল আৰু সেইবোৰত কাৰো একো বিশেষ অধিকাৰৰ প্ৰশ্নই নাছিল। সেই যুগত মানুহৰ একমাত্ৰ কামনা আছিল শত্ৰু ভাৱাপন্ন কোনো জীৱ-জন্তু আৰু প্ৰকৃতিৰ প্ৰতিকূল শক্তিবোৰৰ পৰা আত্মৰক্ষা কৰি কোনোমতে কিবাকিবি খাই জীয়াই থকা। একেটা দলৰ মানুহবোৰৰ পৰস্পৰৰ মাজত স্বাৰ্থৰ দ্বন্দ্ব থকাৰ স্থল একোৱেই নাছিল। কোনোবা ব্যক্তিয়ে স্বেচ্ছাই সমাজৰ স্বাৰ্থৰ বিপৰীতে কিবা কাম কৰিলে তেওঁক লগে লগে মাৰি পেলোৱাই আছিল একমাত্ৰ ব্যৱস্থা।

এনে অৱস্থাতে হয়তো মানৱ সমাজ কিমান হাজাৰ বছৰ আছিল তাক শুদ্ধভাৱে অনুমান কৰাটোও সহজ নহয়। লাহে লাহে প্ৰকৃতিৰ লগত অনবৰত চলাই যোৱা সংগ্ৰামৰ মাজেদি মানুহৰ জ্ঞান বাঢ়িল, উৎপাদনৰ সঁজুলিবোৰ উন্নত হ'ল, শত্ৰুৰ লগত যুদ্ধ কৰা অস্ত্ৰ-শস্ত্ৰবোৰো উন্নত হ'ল। মানুহে লগে লগে খাই শেষ কৰিব নোৱাৰা পৰিমাণে উৎপাদন কৰিব পৰা হ'ল, সাঁচি ৰাখিব পৰা বস্তুও উৎপাদন কৰিব পৰা হ'ল: ধৰি আনি পোহ মনাব পৰা জন্তুবোৰ সম্পত্তি হৈ পৰিল, মানুহে খেতি কৰিবলৈও শিকিলে। খাদ্যৰ বৃদ্ধি আৰু নিৰাপত্তাৰ বৃদ্ধিৰ ফলত মানুহৰ সংখ্যাও দ্ৰুত গতিত বাঢ়ি আহিল। বিভিন্ন দলৰ মাজত মুখামুখি হলেই যুদ্ধ হোৱাৰ ঘটনা বাঢ়ি আহিব ধৰিলে আৰু লগতে বিভিন্ন দলৰ পৰস্পৰৰ মাজত বিভিন্ন ধৰণৰ আদান-প্ৰদান, যোগাযোগ আৰু বুজাবুজিও

আৰম্ভ হ'ল। সমাজৰ ক্ৰমবিকাশৰ এই উন্নত স্তৰত একোটা দলৰ ভিতৰতে পৰস্পৰৰ মাজত কামৰ বিভাজন, বিতৰণৰ পদ্ধতি আদি বিষয়ত জটিলতা আহি পৰিল আৰু প্ৰচলিত হৈ থকা ৰীতি-নীতিৰ সকলোতে জোকাৰণি লাগিব ধৰিলে। সমাজৰ উৎপাদিকা শক্তিবোৰে বিকাশ লাভ কৰি এটা উন্নত স্তৰলৈ উন্নীত হৈ উঠিলে সমাজৰ উৎপাদন সম্পৰ্কবোৰৰো পৰিৱৰ্ত্তন হোৱাটো অপৰিহাৰ্য হৈ পৰে। ঐতিহাসিক বস্তুবাদৰ এই তত্বটো মানৱ সমাজৰ বিকাশৰ প্ৰত্যেকটো স্তৰতে প্ৰমাণিত হৈছে। এই প্ৰসঙ্গত আমি মাত্ৰ উল্লেখ কৰিহে গলো। এই অৱস্থাত মানুহৰ উৎপাদিকা শক্তিবোৰৰ বিকাশে যিবোৰ পৰিৱৰ্ত্তিত উৎপাদন সম্পৰ্ক গঢ়ি তুলিলে, সেইবোৰৰ দ্বাৰা সকলো উৎপাদনৰ উপায়বিলাক সমাজৰ মুষ্টিমেয় মানুহৰ ব্যক্তিগত সম্পত্তিত পৰিণত হ'ল, সকলো উৎপাদিত সামগ্ৰীয়ে, উৎপাদনৰ উপায়সমূহ মালিক সকলৰ ব্যক্তিগত সম্পত্তি হৈ পৰিল আৰু শ্ৰম কৰি উৎপাদন কৰোতাসকলৰ সমাজৰ কোনো বস্তুৰ ওপৰত কোনো অধিকাৰেই নোহোৱা হৈ পৰিল। সমাজ শ্ৰেণী-বিভক্ত হৈ পৰিল। একাংশ মানুহে একোখন সমাজৰে আন বৃহত্তৰ অংশৰ মানুহবোৰক শোষণ কৰি থাকিব পৰা সমাজ সম্পৰ্ক গঢ়ি উঠিল। ইতিহাসে কয় যে প্ৰথম শ্ৰেণী-বিভক্ত সমাজৰ ৰূপ হ'ল দাস সমাজ।

আগেয়ে সমগ্ৰ মানৱ জাতিৰে সংগ্ৰাম আছিল প্ৰকৃতিৰ প্ৰতিকূল অৱস্থাবোৰৰ বিৰুদ্ধে, লক্ষ্য আছিল প্ৰকৃতিৰ অধিক শক্তিক বশ কৰা আৰু প্ৰকৃতিৰ ওপৰত নিজৰ আধিপাত্য বিস্তাৰ কৰা। সমাজ শ্ৰেণী বিভক্ত হৈ পৰাৰ পিছত মানৱ জাতিৰ বৃহত্তৰ অংশটোৱে ক্ষুদ্ৰ একাংশৰ শোষণত জৰ্জৰিত হৈ পৰিল আৰু একাংশৰ আন অংশৰ লগত আৰম্ভ হোৱা স্বাৰ্থৰ দ্বন্দ্বই হৈ পৰিল মানৱ সমাজৰ ঘাই সংগ্ৰাম। প্ৰকৃতিৰ বিৰুদ্ধে সংগ্ৰাম কৰাৰ উদ্দেশ্যে গঢ়ি উঠা বিৰাট সৈন্যবাহিনীটোৰ কাৰণে প্ৰকৃতিৰ লগত সংগ্ৰাম হৈ পৰিল গৌণ আৰু নিজৰ একাংশৰ বিৰুদ্ধে আন অংশটোৱে চলাব ধৰা সংগ্ৰামেই হৈ পৰিল মুখ্য। সমাজে নিজৰ ভিতৰতে দেখা দিয়া সমস্যাবোৰৰ সমাধানৰ ওপৰতেই অধিক গুৰুত্ব দিবলগীয়াত পৰিল বা দিবলৈ বাধ্য হৈ পৰিল। এই গুৰুত্ব দিয়াও হ'ল। শোষিতসকলৰ অংশটোক দমন কৰাৰ কাৰণে শোষকসকলে ৰাষ্ট্ৰ গঢ়িলে, আদালত গঢ়িলে, আইন প্ৰণয়ন কৰিলে। সেই আইন মানি চলাৰ কাৰণে বল প্ৰয়োগৰ ব্যৱস্থাও কৰা হ'ল। কিন্তু এই অন্তঃকলহৰ মাজেদিও মানৱ জাতিৰ প্ৰকৃতিৰ লগত চলা সংগ্ৰাম একেবাৰে বন্ধ হৈ নগ'ল। উৎপাদনৰ উন্নতি কেতিয়াবা দ্ৰুত, কেতিয়াবা মন্থৰ হলেও সমাজৰ উৎপাদন চলি থাকিল আৰু বৃদ্ধি হৈ থাকিল। উৎপাদিকা শক্তিসমূহৰ উন্নতি সাধন কিয়ুমানৰ

ইচ্ছা-অনিচ্ছা স্বত্বেও হৈ থাকিল। অন্য এটা স্তৰত, প্ৰথম শ্ৰেণী-বিভক্ত সমাজত গঢ়ি উঠা সম্পৰ্কবিলাক খাপ নোখোৱা হৈ পৰিল। অন্য ধৰণৰ শ্ৰেণী, অন্য ধৰণৰ উৎপাদন সম্পৰ্ক গঢ়ি উঠিল। এইদৰেই মানৱ সমাজ আগবাঢ়ি আছে।

## ২ ঃ চেতনা, চিন্তা, সৌন্দৰ্য্যবোধ আৰু সংস্কৃতি

মানৱ সমাজ মানেই হ'ল প্ৰকৃতিৰ লগত সংগ্ৰাম কৰি জীয়াই থকাৰ চেষ্টা চলাই থকা আৰু পৰস্পৰ সম্পৰ্ক জড়িত এদল মানুহ বুলি আমি আগেয়ে আলোচনা কৰি আহিছো। জীয়াই থকাৰ এই সংগ্ৰাম আদিম অৱস্থাত মানুহৰ ক্ষুদ্ৰ ক্ষুদ্ৰ দলে অতি প্ৰতিকূল অৱস্থাত অতি নিম্ন স্তৰৰ সা-সঁজুলি আৰু অস্ত্ৰ-শস্ত্ৰেৰে চলাই আছিল যদিও আদিম অৱস্থাৰ পৰাই কৰ্মৰত মানুহে প্ৰকৃতিৰ বিভিন্ন প্ৰক্ৰিয়া, বিভিন্ন শক্তি, বিভিন্ন বস্তুৰ লগত বাৰে বাৰে মুখা-মুখি হোৱা আৰু আত্মৰক্ষা কৰিবলগীয়া হোৱাত সেইবোৰৰ পৰা আহিব পৰা বিপদ, বিপদৰ পৰা আত্মৰক্ষা কৰাৰ কৌশল, বিপদৰ সম্ভাৱনাৰ পৰা সাৱধান হোৱাৰ প্ৰয়োজনীয়তা ইত্যাদিয়ে মানুহৰ মগজু ক্ৰমান্বয়ে বিকশিত কৰি আনে আৰু মানুহৰ চিন্তা শক্তিও বৃদ্ধি কৰি আনে। এজনৰ অভিজ্ঞতা আনবোৰক বুজোৱা, এজনে বিপদৰ সম্ভাৱনা অনুভৱ কৰিলে আনবোৰকো সতৰ্ক কৰি দিয়া, এজনে কোনো খাদ্য, বাসস্থান আদিৰ সন্ধেদ পালে আনবোৰকো জনোৱা আদিৰ প্ৰয়োজনত মানুহৰ ভাষাৰো সৃষ্টি হয় আৰু ক্ৰমে ক্ৰমে ভাষাও বিকশিত হৈ আহে। অভিজ্ঞতা লাভ, অভিজ্ঞতাৰ ব্যৱহাৰ ইত্যাদি ধৰণৰ কাৰ্যৰ মাজেদি মানুহৰ চেতনায়ো বিকাশ লাভ কৰিব ধৰে। মানুহৰ চেতনাৰ কি ধৰণে বিকাশ ঘটি থাকে সেইটো হ'ল সম্পূৰ্ণ দৰ্শনৰ বস্তু। আমাৰ আলোচ্য বিষয়লৈ অহাৰ প্ৰয়োজনত সেই সম্পৰ্কে কেৱল উল্লেখহে কৰা হ'ল। মানুহৰ চেতনাৰ বিকাশৰ এটা স্তৰত গৈ মানুহে বিমূৰ্ত্ত চিন্তা কৰিব পৰা অৱস্থাত (Abstract thinking) উপনীত হয়হি। অৰণ্যত কাম কৰিবলৈ যোৱাৰ আগতেই বাঘ ওলোৱাৰ সম্ভাৱনা আছে বুলি ভাবি সাৱধান হৈ যোৱা, বনজুই বিয়পি আহি বাসস্থানবোৰ পুৰি পেলোৱাৰ সম্ভাৱনা আছে বুলি ভাবি বাসস্থানবোৰৰ ওচৰে-পাজৰে থকা বন জংঘলবিলাক গুচাই নিকা কৰি ৰখা ধৰণৰ কাৰ্যবোৰেই হ'ল বিমূৰ্ত্ত চিন্তাৰ প্ৰাথমিক পৰ্য্যায়ৰ নিদৰ্শন। বিমূৰ্ত্ত চিন্তাৰ উৎপত্তিয়ে মানুহৰ চিন্তা শক্তি আৰু মগজুক দ্ৰুত

গতিত বিকশিত কৰি আনে। যিমানেই মানুহৰ প্ৰকৃতিৰ লগত যোগা-যোগ বাঢ়ে সিমানেই মানুহৰ অভিজ্ঞতা বাঢ়ে, যিমানেই অভিজ্ঞতা বাঢ়ে সিমানেই চিন্তা শক্তি বাঢ়ে। চিন্তা শক্তিৰ বৃদ্ধিয়ে আৰু বিকাশে মানুহৰ মগজুক গুণগত ভাৱে বিকশিত কৰি তোলে আৰু মানুহৰ কল্পনা শক্তিৰো উদয় হয়। মানুহৰ কল্পনা শক্তিৰ বিকাশেই এটা স্তৰত মানুহৰ সৌন্দৰ্যবোধো আনি দিয়ে।

মানুহে প্ৰকৃতিৰ বিভিন্ন বস্তু, বিভিন্ন ঘটনা, বিভিন্ন প্ৰক্ৰিয়াক দেখি আদিম মানুহৰ দৰে অকল সন্ত্ৰাসৰ কাৰণ বুলিয়ে নাভাবি সেইবোৰৰ উপকাৰিতা, প্ৰয়োজনীয়তা, ভৱিষ্যত সম্ভাৱনা ইত্যাদি বিষয়েও ভাবিবলৈ আৰম্ভ কৰিলে। এইদৰে ভাবিবলৈ শিকাৰ ফলত কিছুমান বস্তু বা প্ৰক্ৰিয়াক দেখিলেই লগে লগে তাৰ কোনো ব্যৱহাৰ বা প্ৰয়োজন নাথাকিলেও মনত আনন্দ লগা হ'ল। এই দৰে যি কোনো এটা বস্তু দেখিলেই হোৱা আনন্দবোধৰ অনুভূতিটোক সাধাৰণভাৱে 'সৌন্দৰ্যবোধ' বুলি কোৱা হয়। কিছুমান বস্তু, কিছুমান প্ৰক্ৰিয়া এক ধৰণে থকাতকৈ বা ঘটাতকৈ আন ধৰণে থকা বা ঘটাটো মানুহৰ চকুত সুন্দৰ লগা হ'ল। মানুহে সৌন্দৰ্যবোধৰ প্ৰভাৱত পৰি সকলো বস্তুকে নিজৰ ইচ্ছামতে বিৰাজ কৰাটো বিচাৰিব ধৰিলে। সৌন্দৰ্যবোধ আহি পৰাৰ পিছত মানুহৰ সকলো কাম-কাজত, সকলো ধৰণৰ সৃষ্টিতে প্ৰয়োজনীয়তাৰ উপৰিও সুন্দৰ কৰি সৃষ্টি কৰাৰ প্ৰবৃত্তি আহি পৰিল। লাহে লাহে সমাজ জীৱনত মানুহে তৈয়াৰ কৰা সকলো বস্তুতে, মানুহৰ ৰীতি-নীতিবোৰত, মানুহৰ মাত-কথাত সকলোতে এই সৌন্দৰ্য বোধ প্ৰয়োগ কৰিব ধৰিলে। মানুহৰ সকলো প্ৰয়োজনীয় বস্তু, সকলো কাজ কৰ্ম, সকলো ৰীতিনীতিতে সৌন্দৰ্যৰ ৰহন লগা আৰম্ভ হোৱাত সমাজৰ সকলো সৃষ্টিয়ে নতুন ৰূপ ললে। (মানুহৰ কাজ কৰ্ম, উৎপাদন, ৰীতি-নীতি, মাত-কথা সকলোতে সৌন্দৰ্যবোধৰ প্ৰয়োগ কৰি মানুহৰ জীৱন আৰু মানৱ সমাজ সকলোকে সুন্দৰ কৰি গঢ়ি তোলাৰ যি প্ৰচেষ্টা তাকেই সাধাৰণভাৱে সংস্কৃতি বুলি কোৱা হয়।)

আমাৰ সৌন্দৰ্যবোধ, আনন্দ লাভ আৰু প্ৰয়োজনীয়তাৰ মাজত এটা নিবিড় আৰু অবিচ্ছিন্ন সম্বন্ধ আছে। আমাৰ যি কোনো এটা অভাৱ পূৰণ হলেই আমি আনন্দ পাওঁ। কিন্তু এটা সুন্দৰ বস্তুৱে বা সৌন্দৰ্যই দেখাত লগে লগে আমাৰ কোনো অভাৱ পূৰণ নকৰিবও পাৰে। এনে কিছুমান বস্তু বা ঘটনাক আমাৰ সুন্দৰ লাগে আৰু সেইবোৰ দেখি আমি নিঃসন্দেহে আনন্দ পাওঁ, যিবোৰে হয়তো দেখাৰ লগে লগে আমাৰ কোনো অভাৱকে পূৰণ নকৰে। যেনে—সূৰ্যোদয়, সূৰ্যাস্ত, ৰঙা মদাৰ ফুল, পলাশ ফুল, গোন্ধহীন গোলাপ ফুল ইত্যাদিয়ে আমাক

আনন্দও দিয়ে আৰু আমাৰ চকুত নিঃসন্দেহে সেইবোৰক সুন্দৰ দেখো। অথচ দেখাৰ সময়ত সেইবোৰে আমাৰ কোনো অভাৱকে পূৰণ নকৰে। আনকি সেই বোৰে কিবা অভাৱ পূৰণ কৰিব বুলি আশাও নকৰো। আনহাতে এনে কিছুমান বস্তুও আছে যিবোৰে আমাক আনন্দ দিয়ে, অথচ সুন্দৰ যেন নালাগে। এজন অতি ভোকাতুৰ মানুহে বা অতিকৈ তৃষ্ণাতুৰ হৈ পৰা মানুহে যি কোনো পাত্ৰত বা এখিলা পাতত‍েই কিবা খাদ্য খাই বা পানীয় খাই ভোক বা পিয়াহ গুচিলেই আনন্দ পাব। কিন্তু সেই পাত্ৰ, সেই খাদ্য আৰু সেই পানীয় বস্তুখিনিক তেওঁৰ চকুত মুঠেই সুন্দৰ নালাগিবও পাৰে। সৌন্দৰ্যবোধ, আনন্দ আৰু প্ৰয়োজনীয়তাৰ মাজত থকা সম্বন্ধৰ বিষয়ে আমি পিছত আৰু কিছু বহলভাৱে আলোচনা কৰাৰ চেষ্টা কৰিম। আমি আগেয়ে আলোচনা কৰি আহিছো যে, মানুহে বিমূৰ্ত্ত চিন্তা কৰিবলৈ সক্ষম হোৱাৰ পিছতহে মানুহৰ সৌন্দৰ্যবোধৰ উদয় হয়। বৰ্ত্তমানে আমি সেইখিনিকে উল্লেখ কৰি ৰাখিলো।

## ৩ঃ সমাজ জীৱনত সংস্কৃতিৰ প্ৰভাৱ

মানুহৰ সৌন্দৰ্যবোধ উদয় হোৱাৰ পিছত সমাজ-জীৱনৰ কাজ কৰ্ম, ৰীতি-নীতি, আচাৰ ব্যৱহাৰ, প্ৰয়োজনীয় বস্তু সকলোতে মানুহে সৌন্দৰ্যবোধৰ প্ৰয়োগ কৰিবলৈ আৰম্ভ কৰে বুলি আমি আগেয়ে আলোচনা কৰি আহিছো। সৌন্দৰ্য বোধ প্ৰয়োগৰ ফলতেই নিজৰ শৰীৰটো সুন্দৰকৈ সজোৱাৰ কাৰণে বিভিন্ন ধৰণৰ সাজ-পোছাক, খোৱা বা পিয়াৰ কাৰণে বিভিন্ন ধৰণৰ থাল, গিলাচ, বাটি, পিয়লা আদি মানুহে তৈয়াৰ কৰিছে। নদী পাৰ হোৱাৰ উদ্দেশ্যে সজা নাওখনত বা দলংখনত, ঔষধ ৰখাৰ কাৰণে বনোৱা টেমাটোত, কটাৰীখন হাতেৰে ধৰিবৰ কাৰণে সজাই লোৱা ডাবটোত, থাকিবলৈ সাজি লোৱা ঘৰটোত সকলোতে আমাৰ সৌন্দৰ্যবোধ প্ৰয়োগ কৰা হয়। সৌন্দৰ্যবোধৰ এই প্ৰয়োগে দেখাত বস্তুটোৰ প্ৰয়োজনীয়তাত কোনো তাৰতম্য নঘটায়। ঘৰটোত ধুনীয়া বং নিদিলেও ৰ'দ, বৰষুণৰ পৰা আত্মৰক্ষা কৰিব পাৰি। নাওখনত ফুল কাটি নিদিলেও নদী পাৰ হব পাৰি। সাজ-পোছাকবোৰ ধুনীয়া বং নহলেও বা ধুনীয়া কৰি তৈয়াৰ নকৰিলেও আমি ৰ'দ বা শীতৰ পৰা সকাহ পাব পাৰো। কটাৰীখনৰ ডাবটো ধুনীয়া কৰি নবনালেও কটাৰীখন হাতেৰে ধৰিব পাৰি আৰু সেইখনেৰে বস্তু কাটিবও পাৰি। খাদ্য বস্তুবোৰ ধুনীয়া থাল বা বাটিত নৈ নাখালেও আমাৰ

ভোক গুছে। কিন্তু এইবোৰ ধুনীয়াকৈ সজাৰ বাবে আৰু কোনে কিমান সুন্দৰ কৰিব পাৰে তাৰ কাৰণে সমাজৰ সকলোৱে নিজৰ অজ্ঞাতেই যেন এক ধৰণৰ প্ৰতিযোগিতাত নামি পৰিছে। এই প্ৰতিযোগিতা মানৱ সমাজৰ এটা এৰিব নোৱাৰা কৰ্ম অভ্যাসত পৰিণত হৈ পৰিছে। এয়ে হ'ল সংস্কৃতি। আমাৰ সংস্কৃতিয়ে সকলো বস্তুকে সুন্দৰকৈ গঢ়াৰ কাৰণে আমাক প্ৰেৰণা যোগাই আছে।

আমাৰ ৰীতি-নীতিবিলাক গঢ়ি উঠোতেও তাত আমাৰ সৌন্দৰ্যবোধৰ প্ৰভাৱ পৰে আৰু সমাজখনক সুন্দৰ কৰি গঢ়ি তোলাৰ লক্ষ্যও তাত নিহিত থাকে। আমি আন মানুহে দেখাকৈ শৌচ, পেচাব আদি নিত্য কৰ্মবিলাক কৰিব নিবিচাৰো। আমাৰ দেহৰ আটাইবোৰ অঙ্গ-প্ৰত্যঙ্গকে সকলো মানুহে দেখা পোৱাকৈ অনাবৃত কৰি ৰাখিব নিবিচাৰো ইত্যাদি ধৰণৰ কাৰ্যবোৰত সমাজেও নানা ধৰণে বাধা নিষেধৰ ব্যৱস্থা কৰিছে। কোনো মানুহ মৰিলে তেওঁৰ জীৱিত কালত থকা দোষবোৰৰ উল্লেখ নকৰি অকল তেওঁৰ গুণখিনিৰ কথা সোঁৱৰণ কৰিহে আমি শোক প্ৰকাশ কৰো, বহুত মানুহ একেলগে খাবলৈ বহিলে সকলোৰে পাতত নপৰালৈকে কোনেও আগে নাখাই অপেক্ষা কৰো ইত্যাদি আমাৰ ৰীতিবোৰত সমাজৰ কোনো নিৰ্দেশ বা নিষেধ নাই। অথচ আমি সকলোৱে সেইবোৰ পালন কৰাত অভ্যস্ত হৈ গৈছো। যি কোনো ধৰণৰ দুৰ্ঘটনা এটাৰ সন্মুখীন হলে আমি সাধাৰণতে নাৰী আৰু শিশুসকলক ৰক্ষা কৰাত অগ্ৰাধিকাৰ দিওঁ, পৰিয়ালটোত খাদ্যৰ নাটনি হলে শিশু আৰু দুৰ্বলখিনিকহে আগেয়ে খুৱাই লোৱাৰ কথা ভাবো। এই ধৰণৰ ৰীতি-নীতিবোৰো আমাৰ সৌন্দৰ্যবোধক কেন্দ্ৰ কৰিয়ে গঢ়ি উঠিছে। এই ধৰণে এটা এটাকৈ বিচাৰ কৰি চালে দেখা যাব যে আমাৰ সমাজত গঢ়ি উঠা ৰীতি-নীতিবোৰৰ প্ৰায় আটাইবোৰতে আমাৰ সৌন্দৰ্যবোধৰ তথা সংস্কৃতিৰ প্ৰভাৱ পৰিছে। অৱশ্যে বিভিন্ন যুগত বিভিন্ন কাৰণত মানুহৰ সৌন্দৰ্যবোধ; ৰুচি-বোধ, আদিও পৰিৱৰ্তিত হৈ আহিছে আৰু একালৰ ভাল ৰীতি-নীতিবোৰ আন একালত হয়তো একেবাৰে খাপ নোখোৱা হৈও পৰিছে।

আমি আগেয়ে উল্লেখ কৰি আহিছো যে, মানৱ সমাজৰ বিকাশৰ এটা স্তৰত গৈ আগৰ শ্ৰেণীহীন মানৱ সমাজখন শ্ৰেণী বিভক্ত হৈ পৰিল আৰু পৰস্পৰ বিৰোধী বহু শ্ৰেণীত, যাইকৈ শোষক আৰু শোষিত দুটা শ্ৰেণীত সমাজখন বিভক্ত হৈ পৰিল। সমাজৰ সকলো সম্পদেই শোষক শ্ৰেণীৰ সম্পত্তি হৈ পৰিল আৰু শোষক শ্ৰেণীয়ে কাৰ্যতঃ সমাজৰ গৰাকী হৈ পৰিল। 'সুন্দৰ সমাজ'ৰ ধাৰণাও সম্পত্তিৰ প্ৰভাৱত বিকৃত হব ধৰিলে। মানুহৰ সৌন্দৰ্যবোধো বিকৃত হব ধৰিলে।

এজনৰ বা এটা শ্ৰেণীৰ কাৰণে যিটো সুন্দৰ, আন এজন বা আন এটা শ্ৰেণীৰ কাৰণে সেইটোৱে কুৎচিত বুলি গণ্য হব ধৰিলে। ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, আইন-কানুন সকলো সম্পৰ্কতে পৰস্পৰ বিৰোধী ধাৰণা, পৰস্পৰ বিৰোধী কল্পনা পৰস্পৰ বিৰোধী মতামত ওলাই আহিব ধৰিলে।

সমাজত ইতিমধ্যে প্ৰৱৰ্ত্তিত হৈ পৰা শোষণৰ ব্যৱস্থা, এটা শ্ৰেণীক সমাজৰ সকলো সম্পত্তিৰে গৰাকী বুলি মানি লৈ সমাজৰ সকলো মানুহেই অকল সম্পত্তিৰ অধিকাৰী হৈ পৰা শ্ৰেণীটোৰ সম্পত্তি বৃদ্ধিৰ কাৰণে কাম কৰি যোৱা ব্যৱস্থা-টোকে 'অতি সুন্দৰ' ব্যৱস্থা, 'অতি সুন্দৰ সমাজ' বুলি ভাৱিবলৈ ধৰিলে আৰু আনবোৰেও যাতে সেইদৰেই ভাৱিব পাৰে তাৰ কাৰণে নানা ধৰণে চেষ্টা চলাব ধৰিলে। মানুহৰ জ্ঞান আৰু সাধাৰণ যুক্তিৰ দ্বাৰা এনে এটা ব্যৱস্থা সমৰ্থনযোগ্য নহয় আৰু এনে ব্যৱস্থাত সমাজৰ সাধাৰণ মানুহ, বিশেষকৈ সমাজৰ শোষিত শ্ৰেণীসমূহ মুঠেই সুখী হব নোৱাৰে। তদুপৰি সমাজৰ অধিকাংশ মানুহেই হ'ল শোষিত শ্ৰেণীবোৰৰ। গতিকে শোষকসকলে এই শোষণ ব্যৱস্থা চলাই যাবলৈ সক্ষম হৈছিল যদিও, তেওঁলোকে নিৰাপদ বোধ কৰিব পৰা নাছিল। শোষিত সকলে এই ব্যৱস্থাৰ বিৰুদ্ধে বিদ্ৰোহ কৰাৰ ভয় সদায় আছিল। গতিকে শোষক সকলে নানা কৌশলেৰে শোষিতসকলক জ্ঞান লাভৰ পৰা আঁতৰত ৰাখি কিছুমান অন্ধ-বিশ্বাসত মগ্ন কৰি ৰখাৰ চেষ্টাত লাগিল। শোষিত শ্ৰেণীৰ মানুহবোৰে যাতে সমাজৰ সেই অৱস্থাতে সন্তুষ্ট হৈ থাকে, সেই অৱস্থাকে তেওঁলোকৰ প্ৰাপ্য অৱস্থা বুলি সহজে মানি লোৱাত অভ্যস্ত হৈ পৰে, সেই অৱস্থাৰ পৰিৱৰ্ত্তন মানুহৰ দ্বাৰা অসম্ভৱ বুলি ভাৱিবলৈ শিকে, তাৰ কাৰণে বিভিন্ন পথেৰে চেষ্টা চলাব ধৰিলে।

এখন সুখী আৰু সুন্দৰ সমাজ গঢ়ি তোলাৰ কাৰণে মানুহক লাগে প্ৰকৃতিৰ নিয়মবোৰৰ সম্বন্ধে ক্ৰমবৰ্দ্ধমান জ্ঞান আৰু প্ৰকৃতিক নিয়ন্ত্ৰণ কৰাৰ কাৰণে ক্ৰম-বৰ্দ্ধমান ক্ষমতা। কাৰণ মানুহৰ বাচি থকাৰ কাৰণে প্ৰয়োজনীয় সকলো অভাৱকে পূৰণ কৰাটো হ'ল সুখী হোৱাৰ প্ৰথম চৰ্ত্ত। তাৰ কাৰণে প্ৰয়োজন প্ৰকৃত জ্ঞান, নিজৰ ওপৰত আত্ম-বিশ্বাস। কিন্তু শোষক শ্ৰেণীসমূহে সমাজৰ গৰাকী হৈ চেষ্টা চলাব ধৰিলে জনসাধাৰণে যাতে জ্ঞান আহৰণ কৰিব নোৱাৰে, অন্ধ-বিশ্বাসতে আৱদ্ধ হৈ থাকে আৰু নিজৰ ওপৰত আত্ম-বিশ্বাস হেৰুৱাই অদৃষ্টৰ ওপৰতে নিৰ্ভৰশীল হৈ পৰে। শোষক শ্ৰেণীসমূহে শোষিত জনসাধাৰণক বিশ্বাস কৰাব বিচাৰিলে যে সমাজত এক শ্ৰেণীৰ এই সম্পত্তিৰ মালিকানা আৰু শোষিতসকলৰ

দুৰাৱস্থা—এই আটাইবোৰেই হ'ল অদৃষ্ট বা বিধাতাৰ বিধান। এই অৱস্থাৰ পৰিৱৰ্ত্তন মানুহে কৰিব নোৱাৰে। গতিকে মানুহ যেনেকৈ আছে তেনেকৈয়ে থাকিব লাগিব আৰু এই ব্যৱস্থায়ে সুন্দৰ ব্যৱস্থা, এই সমাজেই সুন্দৰ সমাজ। এনে এটা অন্ধ-বিশ্বাস সমাজৰ অধিকাংশ মানুহৰ মগজুত সুমুৱাই দিয়াৰ কাৰণে তেওঁলোকে নানা ধৰণৰ ভগবান, নানা ধৰণৰ দৰ্শন আৱিষ্কাৰ কৰাৰ উপৰিও শোষিত জনসাধাৰণৰ জ্ঞান আহৰণৰ প্ৰচেষ্টাত আৰু সত্যৰ সন্ধানৰ প্ৰচেষ্টাত প্ৰত্যক্ষভাৱে বাধা দিব পৰা আইন, ৰীতি-নীতি আদিও প্ৰচলন কৰিব ধৰিলে। সমাজৰ যিসকল সচেতন আৰু শুভবুদ্ধি সম্পন্ন ব্যক্তিয়ে প্ৰকৃত জ্ঞান, প্ৰকৃত সত্যৰ আলোচনা কৰিছিল বা কৰিব বিচাৰিছিল তেনে ব্যক্তিসকলক নানা ধৰণে নিৰ্য্যাতন কৰাৰ উদাহৰণো বিভিন্ন দেশৰ ইতিহাসত যথেষ্ট আছে। এই ধৰণৰ প্ৰচেষ্টা আমাৰ তথাকথিত আধুনিক সমাজতো পৰিৱৰ্ত্তিত ৰূপত হলেও চলিয়ে আছে।

মানৱ সমাজৰ বিভিন্ন যুগৰ বিভিন্ন অঞ্চলৰ ইতিহাসৰ পৰা এইটো জনা যায় যে সকলো যুগতে, সকলো অঞ্চলতে সমাজৰ কিছু সংখ্যক শুভবুদ্ধি সম্পন্ন সচেতন ব্যক্তিয়ে প্ৰচলিত সমাজ ব্যৱস্থাৰ অন্যায়, অবিচাৰৰ বিৰুদ্ধে দৃঢ়ভাৱে থিয় দিছিল। এই এচাম ব্যক্তিয়ে জনসাধাৰণক প্ৰকৃত সত্য, প্ৰকৃত জ্ঞানৰ সন্ধান দি, অন্ধ বিশ্বাস আৰু অজ্ঞান অৱস্থাৰ পৰা মুক্ত কৰাৰ কাৰণে পাৰ্যমানে চেষ্টা চলাই আহিছে। এই চাম ব্যক্তিয়ে সমাজৰ শাসক তথা শোষক শ্ৰেণীৰ ৰোষত পৰি নানা ধৰণৰ নিৰ্যাতন ভোগ কৰিবলগীয়াতো পৰিছিল। কিন্তু তেওঁলোকে কোনো অৱস্থাতে সত্য আৰু জ্ঞানৰ প্ৰচাৰ কৰি যোৱাৰ পৰা বিৰত হোৱা নাছিল। সকলো যুগৰ সকলো অঞ্চলৰ ইতিহাসতে এনে এচাম সৎ আৰু কৰ্ত্তব্য পৰায়ণ মানুহৰ অস্তিত্বৰ প্ৰমাণ পোৱা যায়। এচাম মানুহে যেনেকৈ জ্ঞান আহৰণৰ পথত বাধা দি অন্ধ বিশ্বাসকে সত্য বুলি প্ৰচাৰ কৰি সমাজখন যতে যি দৰে আছে তেনেকৈয়ে ৰাখি থোৱাৰ চেষ্টা চলাই আহিছে, তাৰ লগে লগে সংখ্যাত কম হলেও আন এচাম মানুহে অন্ধ বিশ্বাস আঁতৰ কৰি জ্ঞানৰ প্ৰচাৰ কৰি, মানৱ সমাজখন সুন্দৰ কৰি তোলাৰ কাৰণে চেষ্টা চলাই আহিছে। এই দুই ধৰণৰ বিৰোধী চেষ্টাৰ মাজেদিয়ে সকলো অঞ্চলৰে মানৱ সমাজ আগবাঢ়ি আহিছে। এই দ্বন্দ্ব মানৱ সমাজ শ্ৰেণী বিভক্ত হৈ পৰাৰ লগে লগেই আৰম্ভ হৈছে আৰু এতিয়াও তাৰ অৱসান হোৱা নাই। যুগ ভেদে, অঞ্চল ভেদে দ্বন্দ্বই ব্যাপক ৰূপো লৈছে আৰু মন্থৰ ৰূপো লৈছে। কেতিয়াবা এই দ্বন্দ্বৰ ফলত স্বস্ত স্বাৰ্থৰ সমৰ্থককাৰীসকলৰ হাতত পৰিৱৰ্ত্তনকামী সকলে অধিক নিৰ্যাতন

ভুগিবলগীয়া হৈছে। কেতিয়াবা হয়তো জীৱন পর্যন্ত বলিদান কৰিবলগীয়াও হৈছে।

এই ধৰণৰ পৰস্পৰ বিৰোধী চিন্তাধাৰা, পৰস্পৰ বিৰোধী লক্ষ্য, পৰস্পৰ বিৰোধী কল্পনা, পৰস্পৰ বিৰোধী প্ৰচেষ্টাৰ মাজেদিয়ে মানৱ সমাজ আগবাঢ়ি আছে। মানৱ সমাজৰ প্ৰকৃতিৰ বিৰুদ্ধে চলোৱা সংগ্ৰামো চলি আছে। মানৱ সমাজক সুন্দৰ কৰি গঢ়ি তোলাৰ কামো চলি আহিছে। সমাজৰ ধ্যান-ধাৰণা, ৰুচিবোধ, ৰীতি-নীতি ইত্যাদি গঢ়ি উঠোতে এই উভয় ধৰণৰেই কৰ্ম, চিন্তাধাৰা আৰু প্ৰচেষ্টাৰ প্ৰভাৱ পৰিছে।

কিন্তু শ্ৰেণী বিভক্ত সমাজৰ এটা প্ৰধান বৈশিষ্ট হ'ল শ্ৰমৰ বিভাজনৰ ক্ষেত্ৰত। সমাজৰ মুষ্টিমেয় মানুহক লৈ গঢ়ি উঠা শোষক শ্ৰেণীটোৱে সকলো প্ৰকাৰৰ শাৰীৰিক শ্ৰমৰ পৰা অব্যাহতি লৈ অকল চিন্তা-ভাৱনা, কল্পনা, আমোদ প্ৰমোদ ইত্যাদিতে সকলো সময় কটাবলৈ সুবিধা পালে। আনহাতে সমাজৰ অধিকাংশ মানুহকে সামৰি লোৱা শোষিত শ্ৰেণীসমূহে অকল কঠোৰ শাৰীৰিক শ্ৰমতেই ব্যস্ত থাকিবলগীয়া হোৱাত চিন্তা-ভাৱনা, আমোদ-প্ৰমোদ আদিৰ কাৰণে তেওঁলোকৰ সময় মুঠেই নোহোৱা হৈ পৰিল। শোষক শ্ৰেণীসমূহে আমোদ-প্ৰমোদ, চিন্তা-ভাৱনা আদিৰ কাৰণে পোৱা অফুৰন্ত সময়বোৰ খৰছ কৰাৰ উপায় বিচাৰোতে নানা ধৰণৰ নৃত্য, গীত, চিত্ৰ-কলা, দাৰ্শনিক তত্ত, সাহিত্য আৰু নানা ধৰণৰ শিল্প সৃষ্টিও গঢ়ি উঠিল। কিন্তু শাৰীৰিক শ্ৰমৰ পৰা সম্পূৰ্ণভাৱে বিচ্ছিন্ন হৈ পৰাৰ ফলত আৰু শোষক সুলভ মনোবৃত্তিৰ ফলত সেইবোৰৰ মাজেদি তেওঁলোকৰ শ্ৰেণী সুলভ ধ্যান-ধাৰণা আৰু চিন্তাধাৰাবোৰেই ঘাইকৈ প্ৰতিফলিত হৈছে। তদুপৰি তেওঁলোকে যথেষ্ট পৰিমাণৰ সময় খৰছ কৰিছে সমাজৰ শোষিত জনসাধাৰণক বিকৃত জ্ঞান আৰু অন্ধ বিশ্বাসত আবদ্ধ কৰি ৰখাৰ উদ্দেশ্যে সৃষ্টি কৰাৰ আৰু প্ৰচাৰ কৰাৰ কামত। এই কাম কৰোতে তেওঁলোকে সমাজৰ বুদ্ধিমান, উদীয়মান, সচেতন সকলো শ্ৰেণীৰ মানুহকে নানা ধৰণৰ প্ৰত্যক্ষ আৰু পৰোক্ষ প্ৰলোভনৰ দ্বাৰা আকৃষ্ট কৰি আনি এই অপকৰ্মত নিয়োগ কৰিছে। এই ধৰণে শোষক শ্ৰেণীৰ সেৱাদাসত পৰিণত হোৱা কিছুমান লোকেও শ্ৰেণী বিভক্ত সমাজত অগাধ পণ্ডিত, মহৎ দাৰ্শনিক মহৎ সাহিত্যিক ইত্যাদি বুলি খ্যাতি লাভ কৰি আহিছে। এই লোকসকলে শোষিত জনসাধাৰণক বিকৃত জ্ঞান দি অন্ধ বিশ্বাসক মগ্ন কৰি ৰখাৰ উদ্দেশ্যে সৃষ্টি কৰা ধৰ্মীয় মত, দাৰ্শনিক তত্ব ইত্যাদিয়ে শোষিত জনসাধাৰণক প্ৰকৃত জ্ঞান লাভ কৰাৰ পথত যথেষ্ট বাধাৰ সৃষ্টি কৰি আহিছে যদিও, তেওঁলোকে ইচ্ছা কৰা মতে সমাজখন একেদৰে ৰাখি

থৰ পৰা নাই। প্ৰকৃতিৰ আন সকলো বস্তুৰ দৰেই মানৱ সমাজো পৰিৱৰ্ত্তিত হৈয়ে আছে। আনকি শোষণ ব্যৱস্থাৰ সম্পূৰ্ণ অৱসান নহলেও শোষক শ্ৰেণীটোৰ পৰিবৰ্ত্তন একাধিকবাৰ হৈছে। সমাজৰ ধ্যান-ধাৰণা, ৰীতি-নীতি, ৰুচিবোধ সকলো পৰিৱৰ্ত্তিত হৈ আহিছে আৰু ক্ৰমে ক্ৰমে প্ৰকৃত জ্ঞানে অন্ধ-বিশ্বাসৰ ওপৰত জয়লাভ কৰি আহিছে।

এইটো অৱশ্যে সত্য যে এতিয়ালৈ পৃথিৱীৰ সামান্য অংশ এটাতহে মানুহে মানুহক শোষণ কৰা, পৰিকল্পিতভাৱে সমাজৰ মানুহক জ্ঞান লাভৰ পথত বাধাৰ সৃষ্টি কৰা কু-প্ৰথাবোৰৰ অৱসান ঘটিছে। বৃহত্তৰ অংশত এতিয়াও সেইবোৰ চলিয়ে আছে। লগে লগে এইটোও স্পষ্টভাৱে ওলাই পৰিছে যে অন্ধ বিশ্বাসৰ ওপৰত জ্ঞানৰ জয়লাভ অনিবাৰ্য্য, অসত্যৰ ওপৰত সত্যৰ জয়লাভ অনিবাৰ্য, অসুন্দৰৰ ওপৰত সুন্দৰৰ জয়লাভ অনিবাৰ্য আৰু মানুহে মানুহক শোষণ কৰা প্ৰথাটোৰ অৱসানো অনিবাৰ্য। অৱশ্যে এই জয়লাভৰ পথ মানৱ সমাজত কোনো কালতেই সহজ সৰল নাছিল আৰু এতিয়াও যথেষ্ট বিপদসঙ্কুল হৈয়ে আছে। কিন্তু প্ৰকৃতিৰ সকলো বস্তুৰ দৰেই মানৱ সমাজো গতিশীল। এই গতি সাময়িকভাৱে ব্যাহত কৰিব পাৰিলেও তাক ৰোধ কৰিব নোৱাৰি।

সমাজৰ ইতিহাসে আমাক বাৰে বাৰে সঁকিয়াই দিয়ে যে এই সমাজতে মানুহে মানুহৰ লগত মতৰ অমিল হোৱা কাৰণেই মূৰ কাটি পেলোৱা প্ৰথা, অন্ধ বিশ্বাসৰ বলি হৈ ভগবানৰ কৃপা বিচাৰি নৰ-বলি দিয়া প্ৰথা, দাস প্ৰথা, অন্ধ-বিশ্বাসক জীয়াই ৰখাৰ কাৰণে বৈজ্ঞানিকক মাৰি পেলোৱা আইন, সতীদাহ প্ৰথা, হাজাৰ হাজাৰ নাৰীক একেজন পুৰুষে স্ত্ৰী হিচাবে অভিহিত কৰি আবদ্ধ কৰি ৰখাৰ প্ৰথা, ধৰ্ম প্ৰতিষ্ঠা বা ধৰ্ম ৰক্ষাৰ নামত যুদ্ধ কৰি হাজাৰ হাজাৰ মানুহ বধ কৰাৰ প্ৰথা ইত্যাদি বহু ধৰণৰ কু-প্ৰথা আছিল। সমাজত আধিপত্য বিস্তাৰ কৰি থকা শোষক শ্ৰেণীসমূহেই সেইবোৰৰ পোষকতা কৰিছিল। কিন্তু কালৰ গতিত সমাজ বিকাশৰ অমোঘ নিয়ম মতেই এই সকলোবোৰ সমাজৰ পৰা আঁতৰি যাবলগীয়া হৈছে। সমাজৰ পৰিৱৰ্ত্তন নিবিচৰা, স্থিতাৱস্থা ৰক্ষা কৰি যাবলৈ বিচৰাসকল জয়ী হোৱা হ'লে, মানৱ সমাজ য'তে আছিল তাতেই থাকিলহেঁতেন।

## ৪ ঃ আদান-প্ৰদানৰ মাজেৰেই সংস্কৃতিৰ বিকাশ ঘটিছে

আমি আগেয়ে আলোচনা কৰি আহিছো যে পৃথিৱীত প্ৰথম অৱস্থাত মানুহৰ দলবোৰে বিভিন্ন অঞ্চলত বিচ্ছিন্নভাৱে বিচৰণ কৰি জীয়াই আছিল। এটা দলৰ

লগত আনটো দলৰ কোনো প্ৰকাৰৰ যোগাযোগ বা বুজাবুজিতো নাছিলেই, বৰং মুখামুখি হলেই যুদ্ধ আৰু পৰাজিত দলটোক একেবাৰে বিনাশ কৰাই আছিল সাধাৰণ নীতি। প্ৰত্যেকটো দলেই জীয়াই থকাৰ সংগ্ৰামৰ মাজেদি ক্ৰমে ক্ৰমে কিছুমান প্ৰাকৃতিক নিয়ম বুজিবলৈ সমৰ্থ হয়; বিকশিত হয়। নিজৰ অস্ত্ৰ-শস্ত্ৰবিলাক উন্নত কৰিবলৈ সমৰ্থ হয়, নিজৰ ভিতৰত বুজাবুজিৰ কাৰণে কিছুমান সংকেত গঢ়ি উঠে আৰু নিজ নিজ অঞ্চলত প্ৰাপ্য প্ৰাকৃতিক সমলবোৰক ব্যৱহাৰ কৰি খাদ্য, বাসস্থান আদি তৈয়াৰ কৰিবলৈ শিকে। সকলো অঞ্চলতে সকলো দলৰে উন্নতিৰ মাত্ৰা নিশ্চয় একে পৰ্যায়ৰ বা একে ধৰণৰ নাছিল। কালক্ৰমত, বিভিন্ন দলৰ পৰস্পৰৰ মাজত হোৱা সংঘাতবোৰৰ মাজেৰেই কোনো এটা দলে আহৰণ কৰা জ্ঞান আৰু দক্ষতাসমূহ আন দলবোৰেও শিকিবলৈ ধৰে। অৱস্থাৰ আৰু কিছু উন্নতি হোৱাত সংঘাতৰ উপৰিও অন্য বহু ধৰণে দলবোৰৰ পৰস্পৰৰ মাজত যোগাযোগ, ভাৱৰ বিনিময়, দ্ৰব্য বিনিময় ইত্যাদি ক্ৰমে ক্ৰমে প্ৰতিষ্ঠিত হয় আৰু বাঢ়ি আহে। এটা স্তৰত গৈ পৃথিৱীৰ বহু অঞ্চলতে এটা দলৰ লগত আনটো দলৰ সংঘৰ্ষ হলে পৰাজিত দলটোৰ আটাইবোৰকেই বধ নকৰি কৰ্মক্ষম মানুহবোৰক ধৰি নি দাস কৰা বা ছোৱালীবোৰক ধৰি নি বিয়া কৰোৱা ইত্যাদি প্ৰথাও প্ৰচলিত হব ধৰে। এইবোৰ বিভিন্ন কাৰণত বিভিন্ন দল-বোৰৰ মাজত যোগাযোগ ক্ৰমে বাঢ়ি আহে। দলবোৰৰ মাজত আদান-প্ৰদান, যোগাযোগ বাঢ়ি অহাৰ ফলত মানুহৰ দক্ষতা, সৌন্দৰ্যবোধ, ৰুচিবোধ, ৰীতি-নীতি আদিও এটা দলৰ পৰা আন এদলে শিকা বা শিকোৱা, এটা দলৰ লগত আন এটা দলৰ বন্ধুত্ব গঢ়ি উঠা ইত্যাদিৰ প্ৰচলন হব ধৰে। কালক্ৰমত যেতিয়া দ্ৰব্য বিনিময়ৰ প্ৰথা অধিক সম্প্ৰসাৰিত হৈ পৰে, প্ৰত্যেকটো দলেই নিজ নিজ বস্তুবোৰ অধিক সুন্দৰ কৰি তৈয়াৰ কৰাৰ চেষ্টা চলাব ধৰে। এটা দলৰ ধান-ধাৰণা, গীত, নৃত্য, ৰীতি-নীতি আদি সকলোকে আন দলবোৰেও জানিবলৈ সমৰ্থ হয় আৰু প্ৰত্যেকৰে ভালবোৰ প্ৰত্যেকে গ্ৰহণ কৰাৰ মাজেদি সকলো দলৰেই সভ্যতা আৰু সংস্কৃতি ক্ৰমে ক্ৰমে উন্নত হৈ আহে।

মানুহৰ দলবোৰে যেতিয়া কৃষিৰ কৌশল আয়ত্ত কৰিলে, তেতিয়া আগেয়ে অৰণ্যত বিচৰণ কৰি মাত্ৰ কিছুদিনৰ কাৰণে এঠাইত থকাৰ সলনি, একে-ডোখৰ ঠাইতে বহুত দীঘলীয়া কালৰ কাৰণে আনকি স্থায়ী ভাৱেই বাস কৰা আৰম্ভ হ'ল; গাওঁ, নগৰ, গাম আদি গঢ়ি উঠিব ধৰিলে। একোটা বিস্তৃত অঞ্চলত বাস কৰা একাধিক মানুহৰ দলবোৰৰ মাজত ঘনিষ্ঠতৰ সম্পৰ্ক গঢ়ি উঠিল, সমূহীয়া

ভাৱে বাস কৰা দলবোৰ লাহে লাহে ভাঙি সৰু সৰু পৰিয়ালত বিভক্ত হ'ল; সমূহীয়া সম্পত্তিৰ ঠাইত পৰিয়ালগত সম্পত্তি গঢ়ি উঠিল। বহু পৰিয়াল, বহু দল, বহু গোষ্ঠীক সামৰি একোখন ডাঙৰ ডাঙৰ মানৱ সমাজো গঢ়ি উঠিব ধৰিলে। এই পৰিবৰ্ত্তনৰ ফলত সমাজত ৰাষ্ট্ৰ আহিল, আইন আহিল, বহু ধৰণৰ ৰীতি-নীতি গঢ়ি উঠিল। সৌন্দৰ্যবোধক কেন্দ্ৰ কৰি বিভিন্ন ধৰণৰ কলাকৃতি, নৃত্য, গীত ইত্যাদিও সৃষ্টি হব ধৰিলে।

একোটা অঞ্চলত সুদীৰ্ঘ কাল বাস কৰাৰ ফলত একোটা অঞ্চলৰ মানুহবোৰৰ মাজত একে ধৰণৰ ৰীতি নীতি, একেটা ভাষা, একে ধৰণৰ কৰ্ম পদ্ধতি, একে ধৰণৰ শিল্প কলা, একে ধৰণৰ সাজ-পোছাক, একে ধৰণৰ খাদ্যাভ্যাস, একে ধৰণৰ ৰুচিবোধ ইত্যাদি গঢ়ি উঠিব ধৰিলে। এই সমস্তই মিলি একোটা বিশেষ অঞ্চলৰ সংস্কৃতি গঢ়ি উঠিছে আৰু তাকেই সাধাৰণভাৱে আঞ্চলিক সংস্কৃতি বুলি কোৱা হয়।

মানৱ সমাজৰ উৎপাদিকা শক্তিসমূহৰ বিকাশে বিভিন্ন অঞ্চলৰ মাজত যোগাযোগ আৰু বেছি ঘনিষ্ঠতৰ কৰি তুলিছে। এটা অঞ্চলৰ উৎপাদিত দ্ৰব্য আনটো অঞ্চলৰ উৎপাদিত দ্ৰব্যৰ লগত বিনিময় কৰা, এটা অঞ্চলৰ মানুহে আহি আন এটা অঞ্চলত স্থায়ীভাৱে বাস কৰা, ৰাষ্ট্ৰবোৰৰ উদ্ভৱ হোৱাৰ পিছত এটা অঞ্চলৰ ৰাষ্ট্ৰই আন এটা অঞ্চল দখল কৰিলে ৰাষ্ট্ৰ ক্ষমতা প্ৰয়োগ কৰা আদি কাৰ্যৰ মাজেদি বিভিন্ন অঞ্চলৰ মাজত যোগাযোগৰ লগে লগে সংস্কৃতিৰো সংমিশ্ৰণ ঘটিব ধৰিলে, আৰু এই সংমিশ্ৰণৰ মাজেদিয়ে সকলো অঞ্চলৰ সংস্কৃতিয়ে বিকাশ লাভ কৰি আছে। সংস্কৃতিৰ সংমিশ্ৰণত বিভিন্ন অঞ্চলৰ আঞ্চলিক সংস্কৃতিবোৰৰ প্ৰভাৱ পৰিলেও নিজ নিজ অঞ্চলৰ সংস্কৃতিৰ কিছুমান বিশেষ বিশেষ বৈশিষ্ট্যও থাকি গৈছে।

পুঁজিবাদৰ যুগত মানৱ সমাজৰ উৎপাদিকা শক্তিবোৰৰ অভূতপূৰ্ব বিকাশ ঘটে আৰু সমস্ত পৃথিবীয়ে কাৰ্যতঃ একেখন বজাৰৰ নিচিনা হৈ পৰে। ফলত সকলো দেশৰ মানুহেই সকলো দেশলৈ যাতায়ত কৰা আৰম্ভ হয়। সকলো দেশৰেই ৰীতি-নীতি, শিল্পকলা, সাজ-পোছাক, খাদ্যাভ্যাস, নৃত্য-গীত, সাহিত্য সকলোৰে প্ৰভাৱ আন দেশবোৰতো কম বেছি পৰিমাণে পৰিবলৈ ধৰে। এই প্ৰভাৱ বিস্তাৰ কোনো কোনো ক্ষেত্ৰত স্বাভাৱিক গতিত, কোনো কোনো ক্ষেত্ৰত ধৰ্মৰ দ্বাৰা, কোনো কোনো ক্ষেত্ৰত সাম্ৰাজ্য বিস্তাৰৰ দ্বাৰা আৰু আন আন বহু ধৰণেই ঘটিছে, যিবোৰৰ বিশদ আলোচনা কৰাটো আমাৰ আলোচ্য বিষয় বস্তুৰ কাৰণে প্ৰয়োজনীয় নহয়।

আজিৰ পৃথিবীত সকলো অঞ্চলবেই সংস্কৃতি সংমিশ্ৰণ হোৱা সংস্কৃতি। একোটা অঞ্চলৰ সংস্কৃতিয়ে তাৰ অতীতৰ বৈশিষ্টসমূহৰ কিছুমান ৰক্ষা কৰি আছে যদিও বেছি ভাগেই বিভিন্ন অঞ্চলৰ সংস্কৃতিৰ প্ৰভাৱত নতুন ধৰণে গঢ়ি উঠিছে। কাৰ সংস্কৃতিৰ প্ৰভাৱত নতুন ধৰণে গঢ়ি উঠিছে। কাৰ সংস্কৃতিৰ প্ৰভাৱত আমাৰ কোনবোৰ পৰিবৰ্ত্তিত হৈছে, কোনবোৰ ভাল হৈছে, কোনবোৰ বেয়া হৈছে— কেনেকৈ কেতিয়া কাৰ প্ৰভাৱ পৰিল সেইবোৰ বিচাৰি উলিয়াব হয়তো পাৰি, সেইবোৰৰ ওপৰত মতামত দিবও পাৰি। কিন্তু সমাজৰ বিকাশৰ গতিৰ নিচিনা সংস্কৃতিৰ বিকাশৰ এইগতিকো বোধ কৰিব নোৱাৰি। অৱশ্যে ইয়াৰ মাজেদি নিশ্চয় সমাজৰ উন্নতিৰ পথত হেঙাৰ দিয়া ৰীতি-নীতি, ধ্যান-ধাৰণাবোৰ পৰিকল্পিতভাৱে বৰ্জন কৰি ভালবোৰ গ্ৰহণ কৰি, সংস্কৃতিক অধিক বিকশিত হোৱাৰ পথ মুকলি কৰি দিব পাৰি।

আজি অষ্ট্ৰেলিয়া, আমেৰিকা আৰু পৃথিবীৰ সকলো দেশৰেই বহুতো উৎপাদিত বস্তু ভাৰতৰ বিভিন্ন বজাৰলৈ আহে আৰু ভাৰতৰ মানুহে ব্যৱহাৰো কৰে। তেনে ধৰণে ভাৰতত উৎপাদিত বিভিন্ন বস্তুও পৃথিবীৰ প্ৰায় সকলো দেশলৈকেই গৈ থাকে আৰু বিভিন্ন মানুহে ব্যৱহাৰো কৰে। বিভিন্ন দেশৰ মানুহ অনবৰত বিভিন্ন কাৰণত আমাৰ দেশলৈ আহে আৰু ভাৰতৰ মানুহো বিভিন্ন কাৰণত বিভিন্ন দেশলৈ যায়। অকল সেয়েই নহয়, এটা শতাব্দী বা কেইটামান শতাব্দীৰ হিচাব কৰিলে দেখা যাব যে এখন দেশৰ পৰা গৈ আন এখন দেশত স্থায়ীভাৱে বসতি কৰা মানুহৰ সংখ্যা হিচাব কৰি উলিওৱাই সম্ভৱ নহয়। মানুহৰ যাতায়ত, প্ৰব্ৰজন আৰু পণ্য দ্ৰব্যৰ আমদনি ৰপ্তানিৰ মাজেদি আজি কমবেছি পৰিমাণে পৃথিবীৰ সকলো দেশেই বহু জাতি, বহু ভাষাভাষী মানুহৰ বাসস্থান হৈ পৰিছে। তাৰ ফলত সকলো দেশতেই সকলো দেশৰ সংস্কৃতিৰে প্ৰভাৱ পৰি আছে। একেখন দেশৰ ভিতৰতে বিভিন্ন অঞ্চলৰ সংস্কৃতিৰ প্ৰভাৱ পৰাৰ কথা উল্লেখ কৰাৰ প্ৰয়োজনেই নহয়।

অসমত মনসা পূজা, দুৰ্গা পূজা, ঈদ মোবাৰক, খৃষ্টমাস, নানক জয়ন্তী, মহাবীৰ জয়ন্তী, নজৰুল জয়ন্তী, ৰবীন্দ্ৰ জয়ন্তী, যেনেকৈ হয়, ইংলণ্ডতো দুৰ্গা পূজা হয়, ঈদ হয়, বিহু হয়— সকলো হয়। ইংলণ্ডৰ বা ইউৰোপৰ বিভিন্ন দেশৰ খাদ্য আজি ভাৰতৰ আনকি অসমৰো বহু মানুহেই খাই ভাল পায় বা খোৱাত অভ্যস্ত হৈ পৰিছে আৰু একে ধৰণে ইংলণ্ড, জাৰ্মানী বা ফ্ৰান্সতো তাৰ বহু মানুহেই ভাৰতীয় বা চীনা ধৰণৰ খাদ্য খাই ভাল পায় আৰু বহুতেই আগ্ৰহেৰে খায়। অসমত বা ভাৰতৰ বিভিন্ন ৰাজ্যত যেনেকৈ বহু মানুহেই নিজৰ

অতীতৰ সাজ-পোছাকবোৰৰ সলনি পেণ্ট, কোট আদি পিন্ধা আৰম্ভ কৰিছে— ইউৰোপৰ বিভিন্ন দেশতো বহুতো নাৰীয়ে ভাৰতীয় শাৰী পিন্ধি আনন্দ পায়। ভাৰতৰ বিভিন্ন অঞ্চলতো এক অঞ্চলৰ পোছাক আন অঞ্চলৰ মানুহে পিন্ধে। এক অঞ্চলৰ খাদ্য অন্য অঞ্চলৰ মানুহে খায় আনন্দ পায়। ভাষা, চিত্ৰকলা, নৃত্য-গীত, যন্ত্ৰ-সংগীতৰ ক্ষেত্ৰত আৰু সাহিত্যৰ ক্ষেত্ৰত সমগ্ৰ পৃথিবীৰ সৃষ্টিৰ আদান-প্ৰদান, সংমিশ্ৰণ আজি এনেদৰে ঘটিছে যে, কোনবোৰ ক'ৰ পৰা কেনেকৈ আছিল, কেনেকৈ কাৰ লগত মিশ্ৰিত হ'ল তাৰ আতি-গুৰি বিচাৰি উলিওৱাটোৱেই গৱেষণাৰ বিষয়-বস্তু হৈ পৰিছে।

ইতিহাসৰ বৰ্ত্তমান স্তৰত, সমগ্ৰ পৃথিবীৰ বিভিন্ন অঞ্চলৰ মানুহকে সামৰি একেটা মানৱ জাতি গঢ়ি উঠিব ধৰিছে আৰু একেটা মানৱ সভ্যতা, একেটা মানৱ সংস্কৃতি গঢ়ি উঠাৰ প্ৰক্ৰিয়া আৰম্ভ হৈছে। পৃথিবীৰ সকলো অঞ্চলৰে মানুহে প্ৰকৃতিৰ ওপৰত কৰা জয়লাভবোৰ আজি সমস্ত পৃথিবীৰ মানুহেই ভোগ কৰি আছে আৰু কোনো কোনো অঞ্চলৰ মানুহে বা কিছুমান মানুহে সৃষ্টি কৰা দুৰ্যোগ আৰু সমস্যাবিলাকৰো সমগ্ৰ পৃথিবীৰ মানুহেই বলি হবলগীয়াত পৰিছে। এই অৱস্থাত সমগ্ৰ পৃথিবীৰ মানৱ জাতিৰ আশা-আকাংখ্যা, সৌন্দৰ্যবোধ, কলা সৃষ্টি, সাহিত্য সৃষ্টি সকলো ক্ষেত্ৰতে এটা বিশ্বজনীন দৃষ্টিভঙ্গী গঢ়ি উঠিছে। এক্স-ৰে (X-Ray)ৰ দ্বাৰা আজি পৃথিবীৰ সমস্ত মানুহেই উপকৃত হৈছে, পাৰমাণৱিক অস্ত্ৰৰ বিপদে সমগ্ৰ পৃথিবীৰ মানুহকে আতঙ্কিত কৰি তুলিছে, সেক্সপীয়েৰ, ৰবীন্দ্ৰনাথ, টলষ্টয় আদিৰ সাহিত্যই সমগ্ৰ পৃথিবীতে জনপ্ৰিয়তা অৰ্জন কৰিছে, মাৰ্ক্সবাদ-লেনিনবাদৰ তত্ত্বই সমগ্ৰ পৃথিবীৰ শোষিত মানুহৰ মনতেই আশাৰ সঞ্চাৰ কৰিছে আৰু সমগ্ৰ পৃথিবীতে ন্যস্তস্বাৰ্থসমূহক আতঙ্কিত কৰিছে।

বৰ্ত্তমান সমাজত অন্যায় আৰু অবিচাৰৰ ভিত্তিত গঢ়ি উঠা ৰীতি-নীতি, আইন-কানুন আদিৰ দ্বাৰা যি মুষ্টিমেয় সংখ্যক মানুহে পৃথিবীত সমগ্ৰ মানৱ জাতিকে শোষণ কৰাৰ সুবিধা ভোগ কৰি আছে— অকল সেই কেইজনেই ভাবিব পাৰে আৰু হয়তো ভাবেও যে মানুহে মানুহক শোষণ কৰা ব্যৱস্থাই পৃথিবীৰ মানুহৰ কাৰণে সুন্দৰ ব্যৱস্থা। মানৱ জাতিৰ অধিক সংখ্যক মানুহক অজ্ঞান আৰু দৰিদ্ৰ কৰি ৰাখি মুষ্টিমেয় মানুহে ভালকৈ খাই, ভালকৈ পিন্ধি, ধুনীয়া ধুনীয়া অট্টালিকাত বাস কৰি, ধুনীয়া ধুনীয়া ফুলৰ ফুলনি কৰি, নানা ধৰণৰ আমোদ-প্ৰমোদত জীৱন-যাপন কৰি থাকিব পৰা সমাজখনহে তেওঁলোকৰ কাৰণে সুন্দৰ সমাজ, এই পৃথিবীখনেই তেওঁলোকৰ কাৰণে সুন্দৰ পৃথিবী। এই সমাজ-ব্যৱস্থা ৰক্ষা কৰি

যাৰ নোৱাৰিলে তেওঁলোকৰ মতে পৃথিবীখন ধ্বংস হৈ গলেও আপত্তি নাই সমগ্ৰ মানৱ জাতি ধ্বংস হৈ গলেও আপত্তি নাই।

আনহাতে পৃথিবীৰ সকলো শুভ-বুদ্ধিসম্পন্ন মানুহেই ভাৱে আৰু আশা কৰে যে, পৃথিবীখন সুন্দৰ কৰি গঢ়ি তুলিব পাৰি আৰু তাত যেন সমগ্ৰ মানৱ জাতিয়ে সুখ-স্বাচ্ছন্দ্য সহকাৰে পৰস্পৰে পৰস্পৰক ভাল পাই বন্ধুত্বপূৰ্ণ পৰিবেশত এটা সুন্দৰ জীৱন যাপন কৰিব পাৰে। আমাৰ সৌন্দৰ্যবোধে সকলো বস্তুকে, সমস্ত পৃথিবীখনকে সুন্দৰকৈ গঢ়াৰ কাৰণে আমাক প্ৰেৰণা যোগাই থাকে। কিন্তু আমাৰ অস্তিত্বই যদি বিপদাপন্ন হৈ থাকে, প্ৰাচুৰ্যৰ মাজতো পৃথিৱীৰ বহু সংখ্যক মানুহেই অনাহাৰ বা অৰ্দ্ধাহাৰ জীৱন যাপন কৰিব লগা হয়, মহাকাশ জয় কৰাৰ অভিযান চলি থকা অৱস্থাতো যদি বহু সংখ্যক মানুহেই ৰ'দত শুকাই বৰষুণত তিতি গৃহহীন হৈ থাকিব লাগে। তেন্তে সুন্দৰ পৃথিবী, সুন্দৰ সমাজ গঢ়ি উঠিব ক'ৰ পৰা?

সকলো অঞ্চলতে, নিজ নিজ পৰিবেশত গঢ়ি উঠা আমাৰ আঞ্চলিক সংস্কৃতি-বিলাকৰ আদান-প্ৰদানৰ মাজেদিয়ে সমগ্ৰ মানৱ জাতিকে, সমগ্ৰ মানৱ সমাজকে সুন্দৰ কৰি গঢ়ি তুলিব পৰা এটা বিশ্বজনীন সংস্কৃতি গঢ়ি উঠিব লাগিছে আৰু তাৰ প্ৰক্ৰিয়া কেতিয়াবাই আৰম্ভ হৈ গৈছে। আঞ্চলিক সংস্কৃতি ৰক্ষা কৰা মানে আনৰ ভালখিনিকো গ্ৰহণ নকৰি আৰু নিজৰ বেয়াখিনিক বেয়া বুলি জনাৰ পিছতো আকোৰগোজ হিচাবে আকোৱালি ধৰি থকাটো নুবুজায় আৰু মানৱ ইতিহাসেও সেইটো সমৰ্থন নকৰে। তৎস্বত্বেও, স্বস্তস্বাৰ্থৰ খাতিৰত সমাজৰ শোষক শ্ৰেণীসমূহে আৰু শোষক শ্ৰেণীৰ দ্বাৰা নানা ধৰণে প্ৰভাৱান্বিত কিছুমান লোকে আঞ্চলিক সংস্কৃতিৰ দোহাই দি এটা বিশ্বসংস্কৃতি আৰু এটা বিশ্ব-মানৱ জাতি গঢ়ি উঠাৰ পথত সদায় বাধা আৰোপ কৰি আহিছে। তেওঁলোকে নানা কৌশলেৰে জাতি, ধৰ্ম, দেশ, মতাদৰ্শ আদিৰ বিকৃত ব্যাখ্যা কৰি মানুহে মানুহক ভালপোৱা স্বাভাৱিক প্ৰবৃত্তিটোকে বিপথে পৰিচালিত কৰাৰ চেষ্টা চলাই থাকে। মানুহৰ বিৰুদ্ধে মানুহৰ ঘৃণা সৃষ্টি কৰি সকলো মানুহকে পৰস্পৰৰ প্ৰতি শত্ৰুভাৱাপন্ন কৰিব বিচাৰে আৰু পৰস্পৰৰ মাজতে কটা-কটি মাৰামাৰি লগোৱাৰ চেষ্টা কৰি থাকে। সংস্কৃতিৰ আদান-প্ৰদান আৰু ভাৱৰ আদান-প্ৰদানৰ মাজেদি সুন্দৰ সমাজ, সুন্দৰ পৃথিবী গঢ়ি তোলাৰ প্ৰচেষ্টাত বাধা দান কৰাৰ উদ্দেশ্যে তেওঁলোকে নতুন নতুন কৌশল উদ্ভাৱন কৰি থাকে।

মানুহৰ জ্ঞানৰ আদান-প্ৰদান আৰু সংস্কৃতিৰ আদান-প্ৰদানেই হ'ল আমাৰ সমাজৰ অগ্ৰগতিৰ কাৰণে অপৰিহাৰ্য। এই আদান-প্ৰদানৰ মাজেদিয়ে মানুহে

আহি আজিৰ স্তৰটো পাইছে। মানৱ জাতিৰ আৰম্ভণিৰ সেই প্ৰত্যেকটো দলেই আন সকলো দলকেই শত্ৰু বুলি ভাৱি আৰু বিনাশ কৰাৰ অৱস্থাটো চলি থকা হলে আজিৰ যুগৰ শোষকসকলেও ভেঁওলোকে খোৱাৰ নিচিনা খাবলৈ আৰু পিন্ধাৰ নিচিনা পিন্ধিবলৈ নিশিকিলেহেঁতেন।

আঞ্চলিক সংস্কৃতি তাৎপৰ্যপূৰ্ণ হৈ পৰে যেতিয়া সেই সংস্কৃতিয়ে গঢ়ি উঠিবলৈ ধৰা বিশ্ব সংস্কৃতিক আৰু বেছি চহকী কৰাৰ ক্ষেত্ৰত নিজৰ বৰঙণি আগবঢ়াব পাৰে আৰু বিশ্ব সংস্কৃতিৰ প্ৰভাৱত নিজৰ সংস্কৃতিকো বিকশিত আৰু চহকী কৰি তুলিব পাৰে। 'আমাৰ সংস্কৃতিত আন কাৰো প্ৰভাৱ পৰিবলৈ নিদিওঁ' বুলি ৰক্ষণশীলভাৱ আশ্ৰয় লৈ কোনেও কাৰো সংস্কৃতি বিকশিত কৰিবতো নোৱাৰেই— ৰক্ষা কৰিবও নোৱাৰে।

## ৫ ঃ জীৱনৰ সাৰ্থকতাৰ সন্ধানত সৌন্দৰ্যবোধ আৰু সংস্কৃতি

প্ৰাকৃতিক মানুহটোৱে বিচাৰে প্ৰকৃতিৰ অন্য সকলো প্ৰাণীৰ নিচিনাই যি-কোনো প্ৰকাৰে জীয়াই থাকিবলৈ আৰু বংশ বৃদ্ধি কৰি যাবলৈ। মানুহৰ প্ৰাকৃতিক প্ৰবৃত্তিবিলাকক সমাজ জীৱনত খাপ খোৱা ধৰণে মাৰ্জিত কৰি তোলা আৰু ক্ষেত্ৰ বিশেষে নিয়ন্ত্ৰিত কৰি ৰখাটো হ'ল সামাজিক মানুহটোৰ কাম। 'জীয়াই থকাৰ কাৰণে অদম্য ইচ্ছা", "মৰণলৈ ভয়" আৰু 'বংশ বৃদ্ধি কৰি যোৱাৰ ইচ্ছা' ইত্যাদি এই প্ৰাকৃতিক প্ৰবৃত্তিবিলাক চৰিতাৰ্থ কৰাৰ কাৰণেই যে মানুহে দল বান্ধি বিচৰণ কৰিবলগীয়া হৈছিল এই সম্পৰ্কে আমি আগতেই আলোচনা কৰি আহিছো। সমাজ জীৱন মানৱ জীৱনৰ লগত অবিচ্ছিন্ন হৈ আহিছে। মানৱ সমাজৰ বাহিৰত (সেই সমাজখন বিশ্ব ব্যাপীয়ে হওক বা এটা ক্ষুদ্ৰ দলক লৈয়ে হওক) কোনো স্বতন্ত্ৰ মানুহৰ অস্তিত্ব বিচাৰি পাব নোৱাৰি। পৃথিৱীৰ কোনো অঞ্চলত মানুহৰ আকৃতি সম্পন্ন কিবা এটা প্ৰাণী সমাজ বিহীন হৈ থকা দেখিলে তাক আমি মানুহ বুলি গ্ৰাহ্যই নকৰো। তেনে প্ৰাণী ওলালে আমি হয়তো তাক ধৰি আনি মানুহ কৰাৰ চেষ্টা কৰো, নহলে চিৰিয়াখানাত ৰাখি থৈ 'এটা বিশেষ প্ৰাণী' হিচাবে আদৰ-যত্ন কৰো।

সমাজ জীৱনত খাপ খুৱাই লোৱাৰ প্ৰয়োজনে আমাৰ অজ্ঞাতেই আমাৰ সকলো প্ৰাকৃতিক প্ৰবৃত্তিকে মাৰ্জিত আৰু নিয়ন্ত্ৰিত কৰি আনিছে আৰু এতিয়াও কৰি আছে। আমি যেয়া পালেই বা অপ্ৰয়োজনীয় বুলি ভাবিলেই আন এজন

মানুহক মাৰি নেপেলাও, আমাৰ ভোক লাগিলেই যিকোনো বস্তুকে য'তে ত'তে খাব নোৱাৰো, যৌন সঙ্গমৰ প্ৰবৃত্তি হলেই যাৰে তাৰে লগত য'তে ত'তে যৌন সঙ্গম নকৰো, প্ৰাকৃতিক তাগিদা থাকিলেও য'তে ত'তে শৌচ, পেচ্ছাব পর্যন্ত কৰিব নোৱাৰো, খং উঠা মাত্ৰকে এজন মানুহক যেনেকৈ তেনেকৈ গালি গালাজ নকৰো। এনে ধৰণৰ অসংখ্য ৰীতি-নীতি, শিষ্টাচাৰ ইত্যাদি আমাৰ প্ৰাকৃতিক প্ৰবৃত্তিবোৰক নিয়ন্ত্ৰিত আৰু মাৰ্জিত কৰাৰ মাজেদিয়ে গঢ়ি উঠিছে। সমাজ জীৱনত বহু মানুহ, বহু ধৰণৰ মানুহ একেলগে থাকি আমাৰ জীয়াই থকাৰ সংগ্ৰাম পৰিচালনা কৰা, আত্মৰক্ষা কৰা, বংশ বৃদ্ধি কৰা ইত্যাদিৰ প্ৰয়োজনতেই আমাৰ প্ৰত্যেকৰে প্ৰাকৃতিক প্ৰবৃত্তিবোৰ নিয়ন্ত্ৰিত আৰু মাৰ্জিত হৈ আহি থাকে। মানুহৰ চেতনাত সৌন্দৰ্যবোধ আহি পৰাৰ পিছত আমাৰ প্ৰবৃত্তি বিলাকক মাৰ্জিত কৰি সুন্দৰ কৰাৰো চেষ্টা চলোৱা হয়, যাতে আমি জীয়াই থাকি আনন্দ লাভ কৰিব পাৰো, সুখী হব পাৰো। আমাৰ জীয়াই থকাৰ কঠোৰ সংগ্ৰামকো আনন্দদায়ক কৰি তোলাৰ কাৰণে আমাৰ সৌন্দৰ্য্যবোধক প্ৰয়োগ কৰি আমি যুদ্ধ কৰোতে, মৃত সংকাৰ বা মৃত মানুহৰ কাৰণে শোক প্ৰকাশ কৰোতে, কঠোৰ শ্ৰম কৰোতে—সকলোতে গীত, নৃত্য, সুৰ, ছন্দ আদিৰ সৃষ্টি আৰু ব্যৱহাৰ হব ধৰিলে। এনে ধৰণে আমাৰ যাবতীয় কৰ্মবোৰ কৰি যাওঁতে সেই কৰ্মবোৰে আমাৰ অভাৱ পূৰণ কৰে বা কৰ্মবোৰ নকৰিলে আমাৰ নচলে বুলি ভবাৰ উপৰিও কৰ্মটোৱেই আমাক আনন্দ দিব পৰা অৱস্থা এটা গঢ়ি তুলিব বিচাৰো। বহু সময়ত, বহু মানুহে অভাৱ পূৰণ বা বাধ্যকতাৰ কথা চিন্তা নকৰি অকল আনন্দৰ কাৰণেই কৰ্ম কৰি যোৱাত অভ্যস্ত হৈ পৰাটো আমাৰ কাম্য।

মানুহৰ প্ৰকৃতিৰ ওপৰত নিয়ন্ত্ৰণ বাঢ়ি অহাৰ লগে লগে মানুহৰ উৎপাদন ক্ষমতা বাঢ়ি আহিল, নিম্নতম প্ৰয়োজনীয় উৎপাদনতকৈ অধিক উৎপাদন কৰিব পৰা হ'ল, আৰু এই ক্ষমতা বৃদ্ধিৰ লগে লগে মানুহৰ সমাজ জীৱনো ক্ৰমান্বয়ে জটিল হৈ আহিল। এই সম্পৰ্কে আমি আগেয়ে আলোচনা কৰি আহিছো। সমাজ জীৱনৰ জটিলতাই মানুহৰ চিন্তা শক্তিক আৰু বেছি প্ৰখৰ, আৰু বেছি বিকশিত কৰি আনিলে। আগতে মানুহেও প্ৰকৃতিৰ ইতৰ প্ৰাণীৰ নিচিনাই সংগ্ৰাম কৰি জীয়াই আছিল প্ৰাকৃতিক প্ৰবৃত্তিৰ তাড়নাত। কিন্তু সমাজ জীৱনৰ জটিলতা আৰু চিন্তা শক্তিৰ বিকাশে মানুহক ভাবিবলৈ শিকালে "ইমান কষ্ট কৰি জীয়াই থকাৰ অৰ্থ কি? ইমান কষ্ট কৰি জীয়াই থকাৰ প্ৰয়োজনেই বা কি?"

আদিম শ্ৰেণীহীন সমাজত মানুহে যিমানেই বেছি শ্ৰম কৰে সিমানেই বেছি বস্তু আহৰণ বা উৎপাদন কৰিছিল আৰু সকলোৱে সমানে ভোগ কৰিব পাৰিছিল। শ্ৰেণী বিভক্ত সমাজ ব্যৱস্থা গঢ়ি উঠাৰ পিছত এই সাধাৰণ কথাটোৱেই বিপৰীত হৈ পৰিল। যি সকলে বিৰামহীনভাৱে কঠোৰ শ্ৰম কৰি সমাজৰ সকলো প্ৰয়োজনীয় বস্তুকে উৎপাদন কৰে তেওঁলোকৰ ভাগত মিলে প্ৰয়োজনতকৈ বহুত কম; আনহাতে উৎপাদনত অংশগ্ৰহণ নকৰা মুষ্টিমেয় কেইজনমানে ভোগ কৰি শেষ কৰিব নোৱাৰা পৰিমাণে উৎপাদিত বস্তু পাবলৈ ধৰিলে। শোষক শ্ৰেণীৰ এই মুষ্টিমেয় মানুহখিনিৰো কিন্তু সমস্যাৰ ওৰ নপৰিল— বৰং বৃদ্ধিহে হ'ল। এওঁলোকে সকলো ধৰণৰ শাৰীৰিক শ্ৰমৰ পৰা অব্যাহতি লৈ অকল মানসিক শ্ৰম তথা চিন্তা-ভাবনাত দিন কটাবলগীয়াত পৰিল। এওঁলোকৰ এই চিন্তাবোৰ কিন্তু কোনো কামৰ মাজেদি নহয় আৰু কোনো কামৰ উদ্দেশ্যেও নহয়। তেওঁলোকৰ চিন্তাৰ ঘাই বিষয়বস্তু হ'ল কেনেকৈ এই গঢ়ি উঠা শোষণ ব্যৱস্থাটো চলাই থাকিব পাৰে, কেনেকৈ এই ব্যৱস্থাটোকে চিৰস্থায়ী কৰি তুলিব পাৰে। তেওঁলোকৰ চিন্তাৰ অন্যতম বিষয়বস্তু হ'ল কোনো প্ৰকাৰৰ শাৰীৰিক শ্ৰমৰ প্ৰয়োজন নথকা এই জীৱনটোৰ দীঘলীয়া সময়বোৰ কিদৰে উপভোগ কৰা যায়, কিদৰে আনন্দত কটোৱা যায়। এই উপভোগৰ সমল আৰু আনন্দৰ উৎস বিচাৰি ফুৰোতে তেওঁলোকৰ ৰুচিবোধ, তেওঁলোকৰ ধ্যানধাৰণা সকলো বিকৃত হৈ পৰে। কিছুমানে হয়তো ভাবিব ধৰিলে যে ভাল খাদ্য খোৱাতে আনন্দ। কিন্তু অধিক খালেও অসুখ হয়। কিছুমানে হয়তো ভাবিব ধৰিলে যে অধিক ধন-সম্পত্তি কৰাতে আনন্দ। কিন্তু পাৰ্যমানে ধন সম্পত্তিৰ মালিক হৈয়ো তেওঁলোক অতৃপ্ত হৈয়েই থাকি যায় আৰু জীৱনত কোনো সুখ বা কোনো আনন্দকে তেওঁলোকে উপভোগ কৰিব নোৱাৰে। কিছুমানে হয়তো ভাবিব ধৰিলে যে যৌন সম্ভোগতেই আনন্দ আছে। কিন্তু একোজন পুৰুষে হাজাৰ হাজাৰ নাৰীৰ লগত যৌন সম্ভোগ কৰি বা একোজনী নাৰীয়ে বহু পুৰুষৰ লগত যৌন সম্ভোগ কৰিও অৱশেষত অতৃপ্ত হৈয়ে থাকি যায় আৰু অতৃপ্ত হৈয়ে মৰি যায়। তেওঁলোকৰ জীৱনবো ঘাই প্ৰশ্ন হৈ পৰিল আনন্দ ক'ত, সুখ ক'ত, জীৱনৰ কামেই বা কি, জীৱনৰ উদ্দেশ্যই বা কি? এই অতি সহজ সৰল সত্যটোকে শোষকসকলেও বিচাৰি নোপোৱাত পৰিল আৰু তেওঁলোকৰ জীৱনতো তৃপ্তি, আনন্দ, সুখ একোৱে ধৰা দিদিয়াত পৰিল।

শোষিতসকলৰ অৱস্থাটো তেনেই শোচনীয়। যিমানেই শ্ৰম কৰে সিমানেই তেওঁলোকৰ অভাৱ, দুখ-কষ্ট সকলো বাঢ়িয়ে থাকে, আৰু উপভোগ কৰিবলৈ

সমাজত বস্তু থাকিলেও তেওঁলোকৰ অধিকাৰ নাথাকে। তেওঁলোকেই সকলো বস্তু উৎপাদন কৰে অথচ তেওঁলোকে একোকে ভোগ কৰিব নোৱাৰে। তেওঁলোকৰ চিন্তা কৰাৰ সময় একেবাৰে কম। তাতে আকৌ শোষক শ্ৰেণীসমূহে পৰিকল্পিতভাৱে নানা ধৰণৰ প্ৰচাৰৰ মাধ্যমেদি তেওঁলোকৰ প্ৰকৃত জ্ঞান লাভ কৰাৰ পথত বাধা দিয়ে আৰু তেওঁলোকক নানা ধৰণৰ অন্ধ বিশ্বাসত মগ্ন কৰি ৰাখিব বিচাৰে। ফলত তেওঁলোকে সমস্ত আশাকে হেৰুৱাই গোটেই জীৱনটোকে অসাৰ্থক, অৰ্থহীন বুলি ভাবিবলৈ আৰম্ভ কৰে। অতৃপ্ত শোষকসকলে নিজে তৈয়াৰ কৰা জালত শোষিত সকলক বান্ধি পেলোৱাৰ উপৰি নিজে নিজেও বান্ধ খাই পৰে আৰু ভাবিবলৈ আৰম্ভ কৰে যে তেওঁলোকৰ আশা আকাংখ্যাসমূহ এই পৃথিবীত পূৰণ কৰি তৃপ্তি লাভ কৰা, সুখী হোৱাটো সম্ভৱপৰ নহয়। মৃত্যুৰ পিছত এখন স্বৰ্গ-ৰাজ্যলৈ গৈহে তেওঁলোক আটায়ে সুখী হব পাৰিব। এই ধৰণৰ দাৰ্শনিক তত্ত্ব, ধৰ্মীয় মত কিছুমান গঢ়ি উঠাৰ পিছত মানুহৰ ধ্যান-ধাৰণা, আশা-আকাংখাও তেনে ধৰণে গঢ়ি উঠিব ধৰিলে। এই ধৰণৰ তত্ত্ববিলাকৰ বাহ্যিক পাৰ্থক্য যিমানেই নাথাকক, এই তত্ত্ববিলাকে সাধাৰণভাৱে একে ধৰণৰ ধ্যান-ধাৰণাকে গঢ়ি তোলাত লাগিল যে "এই পৃথিবীত আমাৰ জীৱনটো আচল জীৱন নহয়, মৃত্যুৰ পিছতহে আমাৰ প্ৰকৃত জীৱনটো আৰম্ভ হব।" এইবোৰৰ প্ৰভাৱত পৰি সমাজৰ বহু মানুহৰ কাৰণেই "জীৱনতকৈ মৃত্যুই শ্ৰেয়" এনে এটা ধাৰণা গঢ়ি উঠিব ধৰিলে। প্ৰাকৃতিক ভাবে সকলো জীৱৰেই সাধাৰণ প্ৰবৃত্তি হ'ল জীয়াই থকাৰ কাৰণে অদম্য হেপাহ আৰু মৰণলৈ ভয়। সমাজত বিকৃত জ্ঞানে গঢ়ি তোলা ধ্যান-ধাৰণাবিলাকে এই সাধাৰণ সত্যটোকে ওলোটাই দিয়াৰ প্ৰয়াস কৰিলে।

শ্ৰেণী বিভক্ত সমাজত শোষক শ্ৰেণীসমূহে তেওঁলোকৰ ন্যস্ত স্বাৰ্থ ৰক্ষা কৰাৰ খাতিৰত পৰিকল্পিত ভাবে অন্ধ বিশ্বাস আৰু বিকৃত জ্ঞানৰ প্ৰচাৰ কৰিবলৈ সমাজৰ প্ৰায় সকলো বুদ্ধিজীৱীকে নানা প্ৰলোভনৰ দ্বাৰা প্ৰভাবান্বিত কৰি নিযুক্ত কৰিছিল। অৱশেষত নিজৰ অজ্ঞাতেই তেওঁলোকেও এই অন্ধ বিশ্বাসৰ খালত পৰিব ধৰিলে। অতি কম সংখ্যক সৎ আৰু জ্ঞানী বুদ্ধিজীৱীয়ে কিন্তু নিজকে শোষকসকলৰ প্ৰভাৱৰ পৰা মুক্ত ৰাখি, প্ৰকৃত জ্ঞানৰ সন্ধান দিয়াৰ চেষ্টা যুগে যুগে চলাই আছিল, আৰু আজিও চলাই আছে। তেওঁলোকে নানা ধৰণে বাধা-প্ৰাপ্ত হৈয়ো, সমাজখন যে মানুহেই গঢ়ে আৰু মানুহেই পৰিবৰ্ত্তিত কৰিব পাৰে, সমাজৰ সকলো ৰীতি নীতিয়ে যে পৰিবৰ্ত্তনীয়, আমি চেষ্টা কৰিলে যে এই পৃথিবীখনকেই আমাৰ সুখৰ আবাস কৰি তুলিব পাৰো এনে ধৰণৰ ধ্যান-ধাৰণ

সৃষ্টি কৰাৰ প্ৰচেষ্টা সকলো যুগতেই কম বেছি পৰিমাণে হলেও চলায়ে আহিল। নানা উপায়েৰে মানুহৰ চেতনা আৰু সৌন্দৰ্যবোধ জাগ্ৰত কৰি এই পৃথিবীখনকে সুন্দৰ কৰি গঢ়ি তোলাৰ চেষ্টাও সকলো যুগতেই এচাম লোকে চলাই আহিল। সমাজৰ সকলো ৰীতি-নীতিকে সুন্দৰ কৰি গঢ়ি তোলা, মানুহৰ সকলো ভাব-চিন্তাকে সুন্দৰভাৱে গঢ় দিয়া, মানুহে মানুহক ভাল পাবলৈ শিকিলেই যে সমাজত সুখী হব পাৰি, সকলো সুখ সকলো সৌন্দৰ্য যে এই পৃথিবীতেই আছে—মাত্ৰ আমি গঢ়ি তুলিব লাগে ইত্যাদি ধৰণৰ ধ্যান-ধাৰণাও তেওঁলোকৰ চেষ্টাতেই সামন্তৰাল ভাবে সমাজত গঢ়ি উঠিছিল। এই ধ্যান-ধাৰণাবোৰৰ প্ৰভাৱতে বাস্তৱ জীৱনত নানা ধৰণে শোষিত, ব্যৰ্থ আৰু হতাশাগ্ৰস্ত হৈ পৰা মানুহবোৰেও ভাবিবলৈ সুবিধা পালে যে, আমাৰ সমাজখন আমি সুন্দৰ কৰি গঢ়িব পাৰো, সমাজৰ ৰীতি-নীতি একোৱেই অপৰিবৰ্ত্তনীয় নহয়, এই পৃথিবীখনকেই আমি সুন্দৰ কৰি গঢ়ি তুলিব লাগিব, আমাৰ জীৱন অসাৰ্থক নহয়। সুন্দৰৰ প্ৰতি মানুহক নানা ধৰণে আকৃষ্ট কৰিব পৰাকৈ, মানুহৰ সৌন্দৰ্যবোধ জাগ্ৰত আৰু বিকশিত কৰিব পৰাকৈ, সমাজৰ জ্ঞানী আৰু গুণীসকলৰ মাজৰে এচাম সৎ ব্যক্তিয়ে নানা ধৰণৰ কলা-কৃষ্টিৰ সাধনাত লাগিল আৰু নানা ধৰণৰ কলা-সৃষ্টি কৰিব ধৰিলে।

তন্ন-তন্নকৈ ইতিহাস বিচাৰ কৰিলে এইটো স্পষ্টভাৱে ওলাই পৰে যে, সকলো দেশতে, সকলো যুগতে সৎ আৰু প্ৰকৃত শিল্পীসকলৰ কলা সৃষ্টিবোৰে মানুহক জীয়াই থকাৰ কাৰণে প্ৰেৰণা যোগাই আহিছে, প্ৰচলিত সমাজখনক পৰিবৰ্ত্তিত কৰি এখন সুন্দৰ সমাজ গঢ়ি তোলাৰ কাৰণে আগবঢ়াই আনিছে আৰু জীৱনৰ সাৰ্থকতা বিচাৰি পোৱাত নানা ধৰণে সহায়ক হৈ আহিছে।

## ৬ ঃ সংস্কৃতি গঢ়ি তোলাত শিল্পীৰ ভূমিকা

আমি আগেয়ে আলোচনা কৰি আহিছো যে, কৰ্মৰত মানুহে নিজৰ জীয়াই থকাৰ সংগ্ৰামৰ মাজেদিয়ে প্ৰকৃতিৰ বিভিন্ন বস্তু আৰু প্ৰক্ৰিয়াসমূহৰ লগত মুখামুখি হৈছে। মুখামুখি হোৱা আৰু সংঘাতৰ মাজেদি সেইবোৰৰ বাহ্যিক গুণ বুজিবলৈ সমৰ্থ হৈছে। মানুহৰ চেতনাৰ বিকাশৰ লগে লগে সেইবোৰৰ অন্তৰ্নিহিত গুণবোৰ বুজাৰ চেষ্টা আৰম্ভ হয় আৰু এটা উন্নত স্তৰত গৈ সেইবোৰক পৰিবৰ্ত্তিত কৰাৰ চেষ্টা আৰম্ভ হয়। প্ৰকৃতিত মানুহ সদায় সক্ৰিয় হৈয়ে বাচি থাকিব লাগে, নহলে প্ৰকৃতিৰ প্ৰতিকূল শক্তিবোৰে মানুহৰ অস্তিত্বক কেতিয়াবাই নিশ্চিহ্ন কৰি দিলেহেঁতেন। প্ৰকৃতিৰ বিভিন্ন সমলক ৰূপান্তৰিত কৰি আমাৰ কাৰণে নতুন নতুন আৰু অধিক

পৰিমাণৰ খাদ্য-বস্তুৰ উৎপাদন কৰা, নিৰাপত্তাৰ কাৰণে নতুন নতুন ধৰণৰ বাসস্থান নিৰ্মাণ কৰা, প্ৰকৃতিৰ বিভিন্ন শক্তিৰ উৎস, তাৰ বাহ্যিক আৰু অন্তৰ্নিহিত গুণবোৰ বুজি লোৱাৰ কাৰণে অহৰহ চেষ্টা চলাই থকাৰ ফলতে আমি আমাৰ বৰ্ত্তমান স্তৰত উপনীত হ'ব পাৰিছো।

প্ৰকৃতিৰ বিভিন্ন বস্তু আৰু প্ৰক্ৰিয়াবোৰ য'ত যিদৰে আছে আৰু যেনেকৈ ঘটি আছে সেইবোৰ আমাৰ অস্তিত্ব আৰু বিকাশৰ কাৰণে অনুকূল নাছিল কাৰণেই আমি চেষ্টা কৰি আহিছো সেইবোৰক আমি বিচৰা ধৰণে সজাই ৰাখিবলৈ, আমি বিচৰা ধৰণে বৃদ্ধি কৰিবলৈ আৰু আমি বিচৰা ধৰণে সকলো প্ৰক্ৰিয়াকে ঘটাবৰ কাৰণে। বিৰাট বিৰাট পথাৰ একোখনত খাদ্য-শস্যৰ খেতি, বিৰাট বিৰাট পোহনীয়া জন্তুৰ পাল, নৈ-খাল আদি খান্দি আমাৰ সুবিধামতে পানী জমা কৰা আৰু পানী বাগৰি যাবলৈ দিয়া, পানীৰ সোঁত নিয়ন্ত্ৰিত কৰি বিজুলী শক্তিৰ উৎপাদন কৰা, আগেয়ে জঙ্গলত থকা ফল-ফুল আদি বিচাৰি আনি আমাৰ সুবিধাজনক ঠাইত খেতি কৰা ইত্যাদি আমাৰ প্ৰকৃতিক ৰূপান্তৰিত কৰাৰ চেষ্টাৰ মাজেৰেই হৈছে।

প্ৰকৃতিৰ যিকোনো এটা বস্তু বা যিকোনো এটা প্ৰক্ৰিয়া দেখিলেই আমাৰ মগজুত যিবোৰ চিন্তা আৰু কল্পনাৰ উদয় হয়, সেইবোৰৰ ঘাই উৎস হ'ল সেইবোৰ আমাৰ কি কামত লাগিব পাৰে আৰু সেইবোৰ ক'ত কেনেকৈ থকাটো, কিদৰে ঘটাটো আমি কামনা কৰো, আমাৰ কাৰণে সুবিধাজনক হয়।

আমি যিবোৰ কল্পনা কৰা আৰম্ভ কৰো, সেইবোৰ লগে লগে কাৰ্যত পৰিণত কৰাটো সম্ভৱ নহবও পাৰে। কিছুমান হয়তো বহু বছৰ পিছতহে কাৰ্যত পৰিণত হয় আৰু আন কিছুমান হয়তো মুঠেই নহবও পাৰে। চৰাই উৰি ফুৰা দেখি মানুহেও উৰি ফুৰাৰ কল্পনা কৰিছিল, মাছ সাগৰত পানীৰ ওপৰত আনকি তলতো থাকে কাৰণে আমিও পানীত বিচৰণ কৰাৰ কল্পনা কৰিছিলো। এই কল্পনাবোৰ বহু যুগৰ পিছত আহি কাৰ্যত পৰিণত হৈছে। কিন্তু দশভূজা দুৰ্গা গোসানী, দহমূৰীয়া ৰাৱনৰ কল্পনা হয়তো কোনো কালেই কাৰ্যত পৰিণত হৈ নুঠিবও পাৰে। মানুহৰ কল্পনাবোৰ বিমুৰ্ত্ত চিন্তাৰ সৃষ্টি। সেইবোৰৰ আতি-গুৰি বিচাৰি উলিওৱাটো অত্যন্ত দুৰুহ। তথাপিও মানুহৰ কল্পনাবোৰক সাধাৰণতে দুভাগত বা দুটা শ্ৰেণীত ভাগ কৰি বিচাৰ কৰিব পাৰি।

এবিধ কল্পনা হয় প্ৰকৃতিৰ যিকোনো এটা বস্তু বা প্ৰক্ৰিয়াৰ অন্তৰ্নিহিত গুণবোৰৰ বিষয়ে কল্পনা কৰি সেই বস্তু বা প্ৰক্ৰিয়াটোক নিয়ন্ত্ৰিত কৰি থকা প্ৰাকৃতিক নিয়মবোৰৰ বিষয়ে কল্পনা কৰি সেইবোৰ জানিবলৈ চেষ্টা কৰা আৰু

সেইবোৰকে ব্যৱহাৰ কৰি সেই বস্তু বা প্ৰক্ৰিয়াটোক মানুহৰ ইচ্ছামতে, মানুহৰ প্ৰয়োজন সিদ্ধিৰ অৰ্থে ব্যৱহাৰ কৰাৰ কল্পনা। এই ধৰণৰ কল্পনাবোৰেই আমাৰ সকলো বৈজ্ঞানিক আবিষ্কাৰৰ উৎস আৰু এই ধৰণৰ কল্পনাবোৰ কাৰ্যত পৰিণত হোৱাৰ সম্ভাৱনাও অধিক। এই সম্পৰ্কে পিছত আৰু আলোচনা কৰা হ'ব।

আন এবিধ কল্পনা আছে যিকোনো এটা বস্তু বা প্ৰক্ৰিয়াক প্ৰকৃতিত বিৰাজ কৰি থকা দেখিলে, সেই বস্তু বা প্ৰক্ৰিয়াটোৰ লগত মানুহৰ অস্তিত্ব আৰু বিকাশৰ নিয়মবোৰৰ মিল বিচাৰি উলিওৱাৰ প্ৰচেষ্টা। তাৰ লগে লগে বস্তু বা প্ৰক্ৰিয়াটো কি ধৰণে থাকিলে বা ঘটিলে আমি আনন্দ পাব পাৰো, আমাৰ চকুত সুন্দৰ লাগিব পাৰে সেই সম্ভাব্য অস্তিত্ব আৰু সম্ভাব্য ঘটনা সম্পৰ্কে কল্পনা আছে। যিকোনো বস্তু বা ঘটনা এটাই যেতিয়া মানুহৰ মগজুত প্ৰতিফলিত হয় আৰু তাত মানুহৰ কল্পনাৰ ৰহণ লাগি পুনৰাঙ্কিত হয়, তেতিয়াহে সি এটা শিল্প-সৃষ্টি হৈ পৰে।

বৈজ্ঞানিক আবিষ্কাৰ আৰু শিল্প সৃষ্টি, উভয় ক্ষেত্ৰতেই মানুহৰ কল্পনাক কাৰ্যত পৰিণত কৰাৰ তথা বাস্তৱত ৰূপায়িত কৰাৰ প্ৰচেষ্টা নিহিত থাকে। সকলো কল্পনাৰে উৎস হ'ল প্ৰকৃতিৰ লগত মানুহৰ যোগাযোগ। মানুহৰ মগজুত প্ৰকৃতিৰ বিভিন্ন বস্তু আৰু প্ৰক্ৰিয়াবোৰ প্ৰতিফলিত হয়, সেইবোৰৰ সম্পৰ্কত মানুহৰ মগজুত বিমূৰ্ত্ত চিন্তাৰ উদ্ৰেক হয় আৰু নানা ধৰণৰ কল্পনা আহি পৰে। মানুহৰ মগজুত হোৱা প্ৰতিফলনবোৰ মানুহে পুনৰাঙ্কিত কৰাৰ চেষ্টা কৰে মানুহৰ কল্পনাবোৰক বাস্তৱত ৰূপায়িত কৰাৰ অভিপ্ৰায়েৰে। বিজ্ঞান আৰু শিল্প-কলা উভয়ৰে পথ বেলেগ বেলেগ হলেও দুয়োটাৰে উৎস একেটাই আৰু মৌলিকভাৱে দুয়োটাৰে লক্ষ্যও একেটাই। বিজ্ঞানে প্ৰকৃতিৰ ওপৰত মানুহৰ নিয়ন্ত্ৰণ ক্ষমতা বৃদ্ধি কৰি, মানুহৰ জীয়াই থকাৰ সংগ্ৰামৰ কঠোৰতা লাঘৱ কৰি থাকে আৰু শিল্প-কলাই মানুহৰ সৌন্দৰ্যবোধ বৃদ্ধি কৰি মানুহক জীয়াই থকাৰ কাৰণে প্ৰেৰণা যোগাই থাকে। যিকোনো দেশৰ যিকোনো যুগৰে সংস্কৃতিৰ মানদণ্ড বিচাৰ কৰা হয় শিল্প সৃষ্টিৰ দ্বাৰা

প্ৰকৃতিৰ লগত মানৱ জাতিয়ে চলাই থকা অবিৰাম সংগ্ৰামত বিজ্ঞানক যদি সংগ্ৰামৰ অস্ত্ৰ বুলি ধৰা হয়, তেন্তে শিল্প-কলা হ'ল মানুহক অস্ত্ৰ ধৰিবৰ কাৰণে যোগোৱা প্ৰেৰণা। প্ৰকৃতিৰ ওপৰত আমাৰ আধিপত্য বিস্তাৰৰ পৰিমাণৰ দ্বাৰাই আমাৰ সভ্যতাৰ মানদণ্ড বিচাৰ কৰা হয়। গতিকে আমাৰ সভ্যতা গঢ়ি উঠাত প্ৰধান ভূমিকা গ্ৰহণ কৰি আহিছে বিজ্ঞানে। প্ৰকৃতিত আৰু আমাৰ সমাজ খনত আমি অজস্ৰ বাধা-বিঘিনিক অতিক্ৰম কৰিও জীয়াই থকাৰ কাৰণে আমাৰ

আগ্ৰহ বৃদ্ধি কৰি আছে আমাৰ সংস্কৃতিয়ে আৰু সংস্কৃতি গঢ়ি উঠাত প্ৰধান ভূমিকা গ্ৰহণ কৰি আহিছে আমাৰ শিল্প-সৃষ্টিবোৰে। মানৱ জাতি আৰু মানৱ সমাজৰ বিকাশত সভ্যতা আৰু সংস্কৃতি উভয়ৰে অৱদান সমানে গুৰুত্বপূৰ্ণ। সভ্যতাই আমাক প্ৰকৃতিক বশ কৰি প্ৰচুৰ উৎপাদন কৰিবলৈ সমৰ্থ কৰি তুলিছে আৰু আমাৰ আত্মৰক্ষাৰ শক্তিক কট্‌কটীয়া অপৰাজেয় কৰি আনি আছে। আনহাতে আমাৰ উৎপাদিকা শক্তিবোৰৰ বিকাশেই সমাজ জীৱনত আনি দিয়া শ্ৰেণী বিভাজনকে আদি কৰি জটিলতাবোৰে আমাক অনবৰতে হতাশ কৰি আছে আৰু জীয়াই থকাৰ সাৰ্থকতাকে বিচাৰি নোপোৱা কৰিছে। আমাৰ সৌন্দৰ্যবোধ আৰু সংস্কৃতিয়েহে আমাৰ মনত আশাৰ সঞ্চাৰ কৰিছে, সুন্দৰ ভৱিষ্যতৰ ছবি আমাৰ সন্মুখত আনি দিছে, সুন্দৰ সমাজ গঢ়ি তোলাৰ কাৰণে আমাক অনবৰত প্ৰেৰণা যোগাই আছে আৰু আমাৰ জীয়াই থকাৰ কাৰণে আগ্ৰহ বৃদ্ধি কৰি আছে।

যুগে যুগে শিল্পীসকলে শিল্প-সৃষ্টিবোৰৰ মাজেদি মানুহৰ সৌন্দৰ্যবোধ জাগ্ৰত কৰি, বৃদ্ধি কৰি আহিছে আৰু মানুহক ৰীতি-নীতি, উৎপাদিত বস্তু সকলোকে সুন্দৰ আৰু মাৰ্জিত কৰি তোলাৰ পথত জ্ঞাতেই হওক বা অজ্ঞাতেই হওক পৰি-চালিত কৰি আহিছে। বৰ্ত্তমান যুগত শিল্পীসকলৰ দায়িত্ব আৰু বেছি গধুৰ হৈ পৰিছে। প্ৰকৃতিৰ ওপৰত আধিপত্য বিস্তাৰৰ অভিযান চলোৱা বিজ্ঞানে এনে এটা উন্নতিৰ স্তৰত আহি উপনীত হৈছে যে বিজ্ঞানে আবিষ্কাৰ কৰা পাৰমাণৱিক অস্ত্ৰবোৰে সমস্ত মানৱ জাতিকেই এঘণ্টাৰো কম সময়ৰ ভিতৰতে ধ্বংস কৰি পেলাব পাৰে। এই অস্ত্ৰবোৰৰ গৰাকী হৈ শোষক শ্ৰেণীৰ স্বাৰ্থৰ প্ৰবক্তা দুই এজনে সমগ্ৰ মানৱ জাতিকে নানা ধৰণে তৰ্জন-গৰ্জন কৰি আছে—'হয়তো তোমালোক যেনেকৈ আছা তাতেই সন্তুষ্ট হৈ থাকা নহলে সমগ্ৰ মানৱ জাতিয়েই ধ্বংস হৈ যাবা।' মুষ্টিমেয় শোষকৰ এই ভাতি প্ৰদৰ্শনৰ বিৰুদ্ধে মানৱ জাতিক ৰক্ষা কৰিবলৈ হলে, সমগ্ৰ মানৱ জাতিয়ে আজি একগোট হৈ একস্বৰে প্ৰতিবাদ কৰি এই অপচেষ্টাৰ পৰা এই দুৰ্জনসকলক বিৰত কৰিব লাগিব। এই কাৰ্য সম্ভৱপৰ হব পাৰে মানুহৰ সৌন্দৰ্যবোধ জাগ্ৰত কৰি সুন্দৰ জীৱনৰ, সুন্দৰ সমাজৰ কল্পনাৰ দ্বাৰা সমগ্ৰ মানৱ জাতিকে অনুপ্ৰাণিত কৰি দুষ্কৃতিকাৰীসকলৰ বিৰুদ্ধে সাহসেৰে আৰু দৃঢ়ভাৱে থিয় কৰাব পাৰিলে। এই কাৰ্যত সুন্দৰৰ পূজাৰি শিল্পী-সকলৰ ভূমিকাই অগ্ৰণী হব লাগিব। অকল শিল্পীসকলেহে তেওঁলোকৰ বিবিধ ধৰণৰ শিল্প-সৃষ্টিৰ মাধ্যমেদি সমগ্ৰ মানৱ জাতিৰ মাজতে সৌন্দৰ্যবোধ প্ৰবল কৰি তুলিব পাৰে আৰু সুন্দৰ পৃথিৱী এখন গঢ়ি তোলাৰ কাৰণে, সমগ্ৰ মানৱ জাতিকে দৃঢ়প্ৰতিজ্ঞ কৰি তুলিব পাৰে।

## ৭ ঃ সংস্কৃতি আৰু জ্ঞানৰ বিকাশৰ গতি

মানৱ জাতিয়ে যুগ যুগ ধৰি প্ৰকৃতিৰ লগত সংগ্ৰাম কৰিছে আৰু সেই সংগ্ৰামৰ মাজেদি প্ৰকৃতিৰ বহুতো নিয়ম বুজিবলৈ সমৰ্থ হৈছে। প্ৰকৃতিৰ নিয়ম বোৰ বুজি, সেইবোৰকেই ব্যৱহাৰ কৰি প্ৰকৃতিৰ বহুতো শক্তিক বশ কৰি মানৱ জাতিৰ স্বাৰ্থৰ হকে ব্যৱহাৰ কৰি আছে। এইবোৰৰ ফলত আমাৰ জীয়াই থকাৰ সংগ্ৰাম ক্ৰমান্বয়ে সহজ হৈ আহিছে। এই উন্নতিবোৰে আমাক ক্ৰমে ক্ৰমে সভ্যতাৰ পথত আগবঢ়াই অনাৰ লগে লগে আমাৰ সমাজখনক, আমাৰ পৰস্পৰৰ মাজত গঢ়ি উঠা সম্পৰ্কবিলাককো ক্ৰমে ক্ৰমে জটিল কৰি আনিছে। জটিলতাবোৰে আমাৰ সমাজত বহুতো সমস্যাৰ সৃষ্টি কৰি আছে আৰু সেই সমস্যাবোৰ সমাধান কৰাৰ কাৰণে আমি সকলোৱে কম বেছি পৰিমাণে চেষ্টা কৰি থাকো। এই চেষ্টাবোৰৰ দ্বাৰা কিছুমান সমস্যাৰ সমাধান হয়, কিছুমান নতুন সমস্যা আকৌ ওলাই আহে। বহু সময়ত আমাৰ সমাধানৰ চেষ্টাবোৰেই আন কিছুমান সমস্যাৰ সৃষ্টি কৰি থাকে। এইদৰে কৰ্মৰত মানৱ জাতিয়ে স্তৰে স্তৰে নিজৰ কৰ্মৰ মাজেদি বহুতো অভিজ্ঞতা লাভ কৰি আহিছে। এটা যুগৰ এচাম মানুহে অৰ্জন কৰা অভি-জ্ঞতাবিলাক পিছৰ যুগত পিছৰ চাম মানুহে উত্তৰাধিকাৰ সূত্ৰেই লাভ কৰি থাকে। এই অভিজ্ঞতাবোৰৰ সমষ্টিয়েই মানৱ সমাজৰ কাৰণে এটা জ্ঞানৰ ভাণ্ডাৰ গঢ়ি তুলিছে। এই জ্ঞানৰ ভাণ্ডাৰটো আমাৰ জন্মৰ পিছতে আমাৰ হাতলৈ আহে আৰু সেইটোকে ব্যৱহাৰ কৰি আমি সকলোৱে আমাৰ জীৱন সংগ্ৰাম আৰম্ভ কৰো। এই সংগ্ৰাম চলে প্ৰকৃতিৰ নতুন নতুন নিয়ম আবিষ্কাৰ কৰি প্ৰকৃতিৰ অধিক শক্তিক বশ কৰাৰ কাৰণে আৰু আমাৰ সমাজ জীৱনত দেখা দিয়া সমস্যাবোৰৰ সমাধান কৰাৰ কাৰণে। নতুন নতুন মানুহৰ নতুন নতুন অভিজ্ঞতা আহে আৰু এইদৰে মানৱ জাতিৰ জ্ঞানৰ ভাণ্ডাৰ অনবৰত চহকী হৈ আছে। জ্ঞানৰ জখলাত আমি এখোপ এখোপকৈ আগুৱাই আছো। ওপৰলৈ এখোপ উঠো, কিন্তু তলত এৰি অহা খোপবোৰ আমি দেখিবলৈ পাওঁ। আমি জঙ্গলত জুই জ্বলা দেখি জুই জ্বলা আৰু জুই নুমাই যোৱাৰ প্ৰাকৃতিক নিয়মবোৰ বুজি-বলৈ চেষ্টা কৰিছিলো। আমি বুজিবলৈ সমৰ্থ হৈছিলো। দুডোখৰ টান শিল বা কাঠ ঘঁহি ঘঁহি জুই জ্বলাইছিলো, পানী ঢালি দি জুই নুমাইছিলো। সভ্যতাৰ ক্ৰম বিকাশত আমি দিয়াচলাই তৈয়াৰ কৰি আমাৰ জেপত ৰাখি ইচ্ছামতে

জুই জ্বলাব আৰু জুই নুমাব শিকি উঠিলো। কিন্তু জুই আবিষ্কাৰৰ প্ৰথম অভিজ্ঞতা, কাঠ বা শিল ঘঁহি জুই জ্বলোৱাৰ কথা আমি এতিয়াও জানো, আমাৰ মনত আছে। কাঠৰ নাঙলেৰে হালবাই খেতি কৰাৰ পৰা আমি ট্ৰাক্টৰেৰে হাল বাই খেতি কৰা স্তৰলৈ আহিছো। আমাৰ এখোপ এখোপকৈ উন্নতি হৈছে, কিন্তু আগৰ অভিজ্ঞতাবোৰ পাহৰি যোৱা নাই।

আনহাতে আমাৰ সংস্কৃতি গঢ়ি উঠিছে আমাৰ সৌন্দৰ্যবোধক কেন্দ্ৰ কৰি। আমাৰ ৰুচিবোধ, ৰীতি-নীতি, উৎপাদিত সামগ্ৰী, আমাৰ ধ্যান-ধাৰণা সকলোকে আমি ক্ৰমে ক্ৰমে মাৰ্জিত কৰি আনিছো। ক্ৰমে ক্ৰমে সুন্দৰ কৰি আছো। সুন্দৰক অধিক সুন্দৰ কৰাৰ চেষ্টা কৰা হৈছে। ৰঙৰ ওপৰত আকৌ নতুন ৰং সাঁনোৱা হৈছে। পুৰণি ৰংবোৰৰ লগত নতুন ৰং সম্পূৰ্ণৰূপে মিহলি হৈ গৈছে। এতিয়া আৰু ওপৰৰ ৰঙটো উঠাই দিবলৈ গলেও তলৰ ৰঙবোৰ ওলাই নাহে। আমাৰ ৰীতি-নীতিবোৰত সংস্কৃতিৰ প্ৰলেপ এনে ধৰণে পৰিছে যে, আমি ইচ্ছা কৰিলেও আমাৰ আজিৰ সংস্কৃতিক পাহৰি যাব নোৱাৰো। আমি ট্ৰাক্টৰৰ যুগতো প্ৰয়োজনমতে বা অভাৱত নাঙলেৰে খেতি কৰিব পাৰো, দিয়াচলাইৰ অভাৱ হলে অন্য ধৰণে জুই জ্বলাই লব পাৰো। কিন্তু এতিয়া আৰু আমি অভাৱত পৰিলেও কোনো কাপোৰ নিপিন্ধাকৈ সম্পূৰ্ণভাৱে উলঙ্গ হৈ বাটে-বাটে ঘূৰি ফুৰিব নোৱাৰো বা মানুহৰ আগত ওলাব নোৱাৰো।

আমাৰ জ্ঞানৰ ক্ষেত্ৰত আমি কিছুমান খোপ ওপৰলৈ গৈ প্ৰয়োজন হলে ক্ষেত্ৰ বিশেষে দুটা এটা খোপ তললৈ নামিবও পাৰো। যেনে ধৰক, কিছুদিন আগতে আমাৰ বৈজ্ঞানিকসকলে শিশুৰ কাৰণে মাকৰ গাখীৰতকৈ ৰাসায়নিক প্ৰক্ৰিয়াৰে তৈয়াৰ কৰা শিশু খাদ্যবোৰহে বেছি পুষ্টিকৰ আৰু বেছি উপকাৰী বুলি কৈছিল আৰু সেইমতে শিশু খাদ্য তৈয়াৰ কৰা আৰু ব্যৱহাৰ কৰাত যথেষ্ট গুৰুত্ব দিয়া হৈছিল। কেইবছৰমান পিছতে আকৌ বৈজ্ঞানিকসকলেই কবলৈ ধৰিলে যে মাকৰ গাখীৰতহে উৎকৃষ্ট আৰু মাকৰ গাখীৰ খুউৱা প্ৰথা প্ৰচলন কৰাত যথেষ্ট গুৰুত্ব দিয়া হৈছে। আমাৰ সংস্কৃতিৰ ক্ষেত্ৰত কিন্তু আমি এৰি অহা ৰীতি-নীতি, ৰুচিবোধ, ধ্যান-ধাৰণা আদিৰ কোনো এটাকে পুনৰ প্ৰচলন কৰিব নাযাও বা নোৱাৰো। আমি সুন্দৰ কৰি তোলা বস্তুবোৰৰ ওপৰত ধূলি-মাকতি পৰিলে সেইবোৰ চাফা কৰি তাত নতুন ৰং লগাই অধিক সুন্দৰ কৰাৰ চেষ্টা কৰো, কিন্তু কোনো বস্তুৰ ওপৰতে পৰা সৌন্দৰ্যৰ ৰহণবোৰ সম্পূৰ্ণৰূপে গুচাই উকা কৰিবলৈ চেষ্টা নকৰো।

ন্যস্তস্বাৰ্থৰ খাতিৰতে কোনো কোনো ক্ষেত্ৰত কিছুমান শ্ৰেণীয়ে বা কিছুমান ব্যক্তিয়ে সংস্কৃতিক ওভোটাই নিয়াৰ চেষ্টাও যে নকৰে সেইটো কব নোৱাৰি। কিন্তু তেনে চেষ্টাই কেতিয়াও জনসাধাৰণৰ সমৰ্থন নাপায় আৰু অৱশেষত ব্যৰ্থ হবলৈ বাধ্য হয়।

জ্ঞান আগবাঢ়ে জখলাৰ খোপে খোপে—য'ত এবি অহা খোপবোৰ বিচাৰি পোৱা যায়, চিনাক্তও কৰা যায় কিন্তু সংস্কৃতি গঢ়ি উঠে সৌন্দৰ্যবোধৰ এটা প্ৰলেপৰ ওপৰত আন এটা প্ৰলেপ পৰি, য'ত আগৰ প্ৰলেপটোৰ কোনো চিন চাবেই নাথাকে। এডোখৰ কাঠ বা বাঁহক চাঁচি মিহি কৰি কিবা এটা বনাই লোৱাৰ পিছত পূৰ্বৰ কাঠ বা বাঁহডোখৰ আৰু বিচাৰি পাবও নোৱাৰি, চিনাক্ত কৰিবও নোৱাৰি। মানুহে ৰন্ধা-বঢ়া কৰি খাবলৈ অভ্যস্ত হোৱাৰ পিছত এতিয়া আৰু যিকোনো পৰিস্থিতি আহিলেও কেচা মঙহ, শুকান চাউল আদি খোৱা আৰম্ভ কৰিব নোৱাৰে, যদিও সংস্কৃতিৰ আদান-প্ৰদানৰ মাজেদি ৰন্ধা-বঢ়া, সাজ-পোছাক সকলোৰে ধৰণ-কৰণ পৰিবৰ্তিত হৈ থাকে।

## ৮ ঃ সকলো বাধাৰ প্ৰাচীৰ ভাঙি সংস্কৃতি আগবাঢ়ি থাকে

মানুহৰ সৌন্দৰ্যবোধ জাগ্ৰত হোৱাৰ পিছত, মানুহৰ কাজ-কৰ্ম, ৰীতি-নীতি, ৰুচিবোধ, ধ্যান-ধাৰণা ক্ৰমে ক্ৰমে সুন্দৰ আৰু মাৰ্জিত হৈ আহি আছে। মানুহে বিচাৰে সমস্ত পৃথিবীখনকে, সমস্ত সমাজখনকে সুন্দৰ কৰি গঢ়ি তুলিব। এই সুন্দৰৰ অভিযান অন্তহীন। সুন্দৰক অধিক সুন্দৰ কৰা, সকলো অসুন্দৰকে সুন্দৰ কৰি তোলাই হ'ল এই অভিযানৰ লক্ষ্য। কিন্তু পথ মুঠেই সুগম নহয়। আমি আগেয়ে আলোচনা কৰি আহিছো যে ন্যস্তস্বাৰ্থৰ খাতিৰত সমাজৰ কিছুমান ব্যক্তিয়ে, কিছুমান শক্তিয়ে সদায় সমাজখনক আনকি পৃথিবীখনকো য'তে যেনেকৈ আছে সেইদৰেই ৰাখি থব বিচাৰে। তেওঁলোকে অকল এই ৰক্ষণশীল মনোভাৱ এটা লৈয়ে ক্ষান্ত নহয়। তেওঁলোকৰ এই মনোভাৱক সমাজ-জীৱনৰ সকলো ক্ষেত্ৰতে জাপি দিয়াৰ অভিপ্ৰায়ে জ্ঞানৰ পথত প্ৰত্যক্ষ বাধা, অন্ধবিশ্বাসক কৌশলেৰে মানুহৰ মনত সঞ্চাৰিত কৰা ইত্যাদি বহুতো ধৰণৰ অপকৰ্ম আৰু অপচেষ্টা পৰিকল্পিত ভাৱে চলাই থাকে। আমাৰ সমাজতে সতীদাহ প্ৰথা, নৰবলিৰ প্ৰথা, বহু বিবাহৰ প্ৰথা ইত্যাদিক জীয়াই ৰখাৰ কাৰণে এচাম ব্যক্তিয়ে কিমান ধৰণৰ অপকৌশল অবলম্বন কৰিছিল আনকি ঠায়ে ঠায়ে এতিয়াও কৰি আছে আমি

পাহৰি যাব নোৱাৰো। সভ্যতাৰ জখলাত বহুদূৰ ওপৰলৈ উঠা সাম্ৰাজ্যবাদী দেশবোৰৰ বিশেষকৈ মাৰ্কিন সাম্ৰাজ্যবাদৰ শাসক গোষ্ঠীয়ে আজিৰ দিনতো পাৰমাণৱিক অস্ত্ৰ হাতত লৈ সমগ্ৰ বিশ্বকে ভীতি প্ৰদৰ্শন কৰি আছে। মাত্ৰ কেইবছৰমান আগতে জাৰ্মানী, ইটালী আৰু আন আন ফেচিষ্ট শাসকসকলে নৰমেধ যজ্ঞ কৰিছিল ; সাহিত্য সৃষ্টি, শিল্পকলা সৃষ্টি আদিক ৰাষ্ট্ৰৰ দ্বাৰাই ধ্বংস কৰি দিছিল। আমাৰ অসমকে ধৰি ভাৰতৰ আৰু পৃথিবীৰ বহুতো অঞ্চলতে এচাম ব্যক্তিয়ে শিল্পী সাহিত্যিক সকলক সন্ত্ৰাসৰ দ্বাৰাই শিল্প সৃষ্টিৰ পৰা বিৰত কৰি ৰাখিব বিচাৰিছে ইত্যাদি ধৰণৰ ঘটনাবিলাক আমাৰ চকুৰ আগতে ঘটি আছে। মানৱ সমাজৰ অতীত ইতিহাস চালেও তেনে ঘটনা অগণন পোৱা যায়।

সুন্দৰৰ অভিযানত আগভাগ লওঁতা শিল্পী সাহিত্যকসকলে যেতিয়া তেওঁলোকৰ অভিযানত বাধাৰ সন্মুখীন হয়, যিবোৰ শক্তিৰ পৰা সেই বাধাবোৰ আহে, সেই শক্তিবোৰৰ বিৰুদ্ধে ইচ্ছা নাথাকিলেও যুঁজত নামিবলগীয়াত পৰে, নহলে তেওঁলোকৰ অভিযানেই ৰুদ্ধ হৈ পৰাৰ উপক্ৰম হয়। এই কাৰণেই অৰ্থনৈতিক বাধাৰ বিৰুদ্ধে যুঁজ কৰি আগবাঢিবলৈ চেষ্টা কৰোতে বহুতো শিল্পী সাহিত্যিকে নিজৰ অজ্ঞাতেই অৰ্থনীতিবিদ হৈ পৰে। ৰাজনৈতিক বাধাৰ বিৰুদ্ধে যুঁজ কৰোতে কিছুমান ৰাজনীতিজ্ঞ হৈ পৰে। দাৰ্শনিক বাধাৰ বিৰুদ্ধে যুঁজ কৰোতে কিছুমান দাৰ্শনিক হৈ পৰিবলগীয়া হয় প্ৰাকৃতিক বাধাৰ বিৰুদ্ধে যুঁজ কৰোতে বহুতেই বৈজ্ঞানিক হৈয়ো পৰে। সুন্দৰৰ অভিযানত বাধা প্ৰদান কৰাৰ উদ্দেশ্যে ন্যস্তস্বাৰ্থ সমূহে অসুন্দৰ ধ্যান-ধাৰণা, অসুন্দৰ ৰীতি-নীতি, অসুন্দৰ ৰুচিবোধ সৃষ্টি কৰাৰ অভিপ্ৰায়ে অৰ্থনীতি, ৰাজনীতি, দৰ্শন, ইতিহাস ইত্যাদি সামাজিক চেতনাৰ বিভিন্ন শাখাসমূহ সকলোকে বিকৃত কৰি বিকৃত তত্ত্ব কিছুমানৰ আবিষ্কাৰ কৰে আৰু শিল্প-সাহিত্য সকলোকে বিপথে পৰিচালিত কৰি যিকোনো ধৰণৰ অপ-সংস্কৃতি গঢ়ি তোলাৰ চেষ্টা কৰি থাকে। শিল্পী-সাহিত্যিকসকলে নিজৰ অভিযান চলাওঁতে পদে পদে এইবোৰৰ পৰা বাধাপ্ৰাপ্ত হৈ থাকিবলগীয়া হয় আৰু এইবোৰৰ বিৰুদ্ধে অনবৰত সংগ্ৰাম কৰিহে আগবাঢ়ি যাবলৈ সমৰ্থ হয়। যুগে যুগে এদল সুন্দৰৰ পূজাৰিয়ে অপ-সংস্কৃতি আৰু দুষ্কৃতিয়ে সংস্কৃতিৰ বিকাশৰ পথত সৃষ্টি কৰা সকলো ধৰণৰ বাধাবিলাকৰ বিৰুদ্ধে এইদৰে যুঁজি আহিছে আৰু সংস্কৃতিৰ বিকাশৰ পথ মুকলি কৰি ৰাখিছে। তাৰ কাৰণে তেওঁলোকৰ বহুতেই বহু ধৰণৰ নিৰ্যাতন ভুগি আহিছে আৰু বহু ধৰণৰ আত্মত্যাগো কৰিবলগীয়া হৈছে।

## ৯ ঃ শিল্প সৃষ্টিৰ উদ্দেশ্য আৰু প্ৰচাৰপ্ৰমিতা

শিল্প সৃষ্টি মানেই হ'ল প্ৰকৃতিৰ বা মানৱ সমাজৰ কিছুমান বস্তু আৰু ঘটনাৰ শিল্পীৰ মগজুত হোৱা প্ৰতিফলনক কল্পনাৰ ৰহণ সানি কৰা পুনৰাঙ্কন। আমি আগেয়ে আলোচনা কৰি আহিছো যে এই পুনৰাঙ্কনবিলাক বস্তু বা ঘটনাটোৰ হুবহু প্ৰতিচ্ছবি (ফটোগ্ৰাফ) হব নোৱাৰে, কাৰণ তাত সদায় শিল্পীৰ সৌন্দৰ্যবোধৰ ৰহণ লাগিহে পুনৰাঙ্কিত হয়। সাহিত্য, সংগীত, চিত্ৰ-কলা, ভাস্কৰ্য আদি শিল্পীয়ে সৃষ্টি কৰা সকলো কাৰ্যই শিল্প সৃষ্টিৰ ভিতৰত পৰে। শিল্পীয়ে যিকোনো এটা বস্তু বা ঘটনাক অৱলম্বন কৰি তেওঁৰ মনত জাগ্ৰত হোৱা সৌন্দৰ্যবোধক প্ৰকাশ কৰি আনৰ মনতো সেই সৌন্দৰ্যবোধ সঞ্চাৰিত কৰিব বিচাৰে আৰু সেই কাৰণেই তেওঁ শিল্প সৃষ্টি কৰে। তেওঁৰ মনত জাগ্ৰত হোৱা সৌন্দৰ্যবোধৰ দ্বাৰা অনুপ্ৰাণিত হৈ তেওঁ নিজকে ধৰি সমগ্ৰ বিশ্বকে সুন্দৰ হোৱাটো কামনা কৰে আৰু সেই কাৰণেই তেওঁ সমাজৰ সকলো মানুহৰ মনতে তেওঁৰ দৰে সৌন্দৰ্যবোধ জাগ্ৰত কৰিব বিচাৰে। তেওঁৰ অনুভূতিবিলাক তেওঁ প্ৰকাশ কৰাৰ কাৰণে ব্যগ্ৰ হৈ পৰে। এইবোৰ কি ধৰণে প্ৰকাশ কৰিলে আনৰ মনলৈ সহজে সঞ্চাৰিত হব পাৰে তেওঁ তাৰে পথ বিচাৰিবলৈ আৰম্ভ কৰে। শিল্পীয়ে এই পথ বিচাৰি উলিয়াওঁতেই নানা ধৰণৰ সংগীত, নৃত্য, সাহিত্য, চিত্ৰ-কলা আদি গঢ়ি উঠিছে আৰু গঢ়িয়ে আছে।

শিল্পীয়ে তেওঁৰ সৌন্দৰ্যবোধ প্ৰকাশ কৰাৰ কাৰণে এনে কিছুমান বস্তু বা ঘটনাক অৱলম্বন কৰে যিবোৰৰ লগত জনসাধাৰণ অত্যন্ত সুপৰিচিত। সেইবোৰৰ বিষয়বস্তু দাৰ্শনিক, অৰ্থনৈতিক, ৰাজনৈতিক, বৈজ্ঞানিক, মানুহ, জন্তু চৰাই, বাঘ, সিংহ যিকোনো এটায়ে হব পাৰে। অৱলম্বন কৰা বিষয়-বস্তুটোৰ দ্বাৰা শিল্প কৰ্মৰ বিচাৰ কৰা নহয়, বিচাৰ কৰা হয় শিল্পীৰ মনত উদয় হোৱা সৌন্দৰ্যবোধৰ দ্বাৰাইহে।

যিকোনো ধৰণৰ শিল্প সৃষ্টিয়ে প্ৰকৃতাৰ্থত উদ্দেশ্যধৰ্মী। এই উদ্দেশ্যটো হ'ল শিল্পীৰ মনত জাগ্ৰত হোৱা সৌন্দৰ্যবোধটো আন মানুহৰ মনতো জাগ্ৰত কৰা; এইদৰে সৌন্দৰ্যবোধ জাগ্ৰত কৰি শিল্পীয়ে সমাজৰ সকলো মানুহকে তেওঁ নিজে বিচৰাৰ দৰে এখন সুন্দৰ সমাজ, সুন্দৰ পৃথিৱী গঢ়ি তোলাৰ কামত নমাই দিয়া। তেওঁৰ অৱলম্বন বিজ্ঞান, দৰ্শন, ৰাজনীতি, সাহিত্য যিয়েই নহওক, তাত তেওঁ অনুভৱ কৰা সৌন্দৰ্যবোধ নিহিত থাকিবই। এই সৌন্দৰ্যবোধৰ বাহন দৰ্শন হলেই তেওঁ দাৰ্শনিক নহয়, ৰাজনীতি হলেই তেওঁ ৰাজনীতিজ্ঞও নহয়,

কাৰণ তেওঁৰ উদ্দেশ্যটো হ'ল দৰ্শন বা ৰাজনীতিৰ প্ৰচাৰ কৰাটো নহয়, তেওঁ অনুভৱ কৰা সৌন্দৰ্যবোধটো প্ৰকাশ কৰা। আনহাতে দাৰ্শনিক, ৰাজনীতিবিদ, অৰ্থনীতিবিদ সকলোৰে বহুতেই শিল্পীয়ে গ্ৰহণ কৰা আঙ্গিক বা ৰূপবিলাকক ব্যৱহাৰ কৰি নিজৰ মতামতবিলাকক মানুহৰ মনোগ্ৰাহী কৰি প্ৰকাশ কৰাৰ চেষ্টা কৰে। বৰ্ত্তমান যুগত চিনেমা, দূৰদৰ্শন, বাতৰিকাকতৰ বিজ্ঞাপন আদিত তেনে ধৰণৰ শিল্পৰ আঙ্গিক বা ৰূপ ব্যৱহাৰ কৰা কৌশলটো ব্যাপকভাৱে ব্যৱহাৰ কৰা হয়। গা-ধোৱা চাবোন, দাঁত মজা মলম আদিৰ বিজ্ঞাপন দিয়াৰ কাৰণে তৈয়াৰ কৰা চুটি চুটি কথাছবিৰ দৃশ্যবোৰ, বাতৰিকাকতত গল্প, কবিতা, চিত্ৰ আদিৰ মাধ্যমেৰে প্ৰচাৰ কৰা বিজ্ঞাপনবোৰ যিহেতু বিজ্ঞাপন বুলিয়ে বিজ্ঞাপনৰ কাৰণে আত্মভীয়াকৈ ৰখা ঠাইত প্ৰকাশ কৰা হয়, সেইবোৰক মানুহে শিল্প সৃষ্টি বুলি ভুল নকৰে। কিন্তু যেতিয়া কিছুমান লব্ধপ্ৰতিষ্ঠ বা খ্যাতনামা সাহিত্যিক বা শিল্পীয়ে শিল্প সৃষ্টিৰ আঙ্গিক ব্যৱহাৰ কৰি প্ৰকৃততে সৌন্দৰ্যবোধ নিহিত নথকা কিছুমান সৃষ্টিক কিবা এটা তত্ত্ব বা বক্তব্য প্ৰচাৰৰ বা অপপ্ৰচাৰৰ উদ্দেশ্যে শিল্প সৃষ্টি বুলি প্ৰকাশ কৰাত নামি পৰে, সেইবোৰক বহুতেই প্ৰকৃত শিল্প-সৃষ্টি বুলি ভুল কৰাৰ সম্ভাৱনা যথেষ্ট থাকে। এনে ধৰণৰ সৌন্দৰ্যবোধহীন অথচ মনোগ্ৰাহী আঙ্গিকেৰে প্ৰকাশ কৰা নকল শিল্প সৃষ্টিবোৰেই অপ-সংস্কৃতিৰ বাহন হৈ পৰে। খ্যাতনামা ডাঙৰ দোকানত জবাকুসুম তেলৰ বটল কিছুমানত অন্য কিবা বঙা তেল ভৰাই থলে গ্ৰাহকে সেইবোৰকো জবাকুসুম তেল বুলি ভুল কৰাৰ সম্ভাৱনা যথেষ্ট থাকে আৰু সেই ধৰণৰ তেলে চুলিৰ অপকাৰ কৰাৰ সম্ভাৱনা অত্যন্ত বেছি।

শিল্প সৃষ্টি বিচাৰ কৰাৰ সাধাৰণ নীতি হ'ল সৃষ্টিকাৰীৰ সৌন্দৰ্যবোধ জাগ্ৰত কৰাই উদ্দেশ্য হয় নে নহয়, তেওঁৰ সৃষ্টিৰ মাধ্যমেদি সৌন্দৰ্যবোধ প্ৰকাশিত হৈছে নে নাই, সৌন্দৰ্যবোধ জাগ্ৰত কৰাত তেওঁৰ সৃষ্টিটো সফল হৈছে নে নাই। এইবোৰ গুণ থাকিলে যি কোনো বস্তু, ঘটনা বা প্ৰসঙ্গকেই অৱলম্বন নকৰক কিয় সেইটো শিল্প সৃষ্টিয়ে হব। আনহাতে এইবিলাক গুণৰ অভাৱ থাকিলে অত্যন্ত মনোগ্ৰাহী আঙ্গিক বা ৰূপ ব্যৱহাৰ কৰি কিবা এটা বক্তব্য ৰাখিবৰ বা কিবা এটা অঙ্কিত কৰাৰ চেষ্টা কৰিলেও সেইটো প্ৰচাৰধৰ্মী হৈ পৰিব। এই সম্পৰ্কত আমি পিছত আৰু কিছু আলোচনা কৰাৰ চেষ্টা কৰিম। তাৰ আগতে আমি এই সম্পৰ্কত অৰ্থাৎ সৌন্দৰ্যবোধ, সংস্কৃতি আৰু সাহিত্য সম্পৰ্কত কিছুমান খ্যাতনামা মনীষীৰ বক্তব্য কিছু পৰিমাণে আলোচনা কৰি চাওঁ।

## ১০ ঃ সৌন্দর্য্য আৰু সৌন্দর্য্যবোধ

আমি আগেয়ে আলোচনা কৰি আহিছো যে সংস্কৃতিৰ উৎস হ'ল মানুহৰ সৌন্দৰ্যবোধ। আমি জীয়াই থাকিব বিচাৰো আৰু তাৰ উপৰিও আমি সুন্দৰ ভাৱে বাঁচি থাকিব বিচাৰো। সেই কাৰণেই আমাৰ সকলো ধ্যান-ধাৰণা, ৰীতি নীতি, এটা সুন্দৰ জীৱন গঢ়ি তোলাক উদ্দেশ্য কৰিয়ে সৃষ্ট হয়। আমাৰ শিল্প-সৃষ্টি, সাহিত্য, সঙ্গীত, সকলোৰে প্ৰাণ হ'ল সৌন্দর্য আৰু সকলো শিল্পী, সাহিত্যিক, সঙ্গীতজ্ঞৰে নিম্নতম অর্হতা হ'ল সৌন্দর্যবোধ। কিন্তু এই সৌন্দর্য কি ? সৌন্দর্য সম্বন্ধে এটা সম্যক ধাৰণা নাথাকিলে, আমি সাহিত্য, চিত্ৰকলা, সঙ্গীত ইত্যাদি কোনো ধৰণৰ শিল্পসৃষ্টি কৰিবও নোৱাৰো, বুজিবও নোৱাৰো। সংস্কৃতি সম্বন্ধেও আমাৰ কোনো প্ৰকাৰৰ জ্ঞান লাভেই সম্ভৱপৰ নহয়।

মানুহৰ সৌন্দর্যবোধ নিশ্চিতভাৱে এবিধ চেতনা, আৰু এই চেতনাৰ সৃষ্টি হলেহে মানুহে সৌন্দর্য দেখিব বা উপলব্ধি কৰিব পাৰে। এই চেতনাৰ অবিহনে বা তাৰতম্যতা থকা কাৰণেই একেটা গোলাপ ফুল, একেটা অট্টালিকা, একেখন নদী, একেটা সূর্যোদয় বা সূৰ্য্যাস্ত, একেটা জোন—কাৰোবাৰ চকুত সুন্দৰ লাগে, কাৰোবাৰ চকুত নালাগে। চেতনাৰ সৃষ্টি, চেতনাৰ স্বৰূপ, চেতনাৰ লগত বস্তুৰ সম্পর্ক ইত্যাদি বিষয়ত দার্শনিকসকলৰ মত নানা ধৰণে বিভক্ত হৈ গৈছে আৰু আৰু মূলতঃ ভাববাদী আৰু বস্তুবাদী এই দুটা প্ৰধান ভাগত ভাগ হৈ গৈছে। সৌন্দর্য আৰু সৌন্দৰ্য্যবোধ সম্পৰ্কেও দার্শনিক. শিল্পী, সাহিত্যিকসকল তেনেকৈ বিভিন্ন মতত বিভক্ত হৈ গৈছে আৰু মৌলিকভাবে ভাববাদী আৰু বস্তুবাদী এই দুটা ভাগত ভাগ হৈ পৰিছে।

সৌন্দৰ্য্যৰ স্বৰূপ আৰু সংজ্ঞা অতি কম সংখ্যক দার্শনিক, সাহিত্যিক আৰু শিল্পীয়েহে ব্যক্ত কৰি গৈছে। কিন্তু বিভিন্ন ধৰণৰ শিল্পসৃষ্টি আৰু সাহিত্যৰ সংজ্ঞা আৰু মতামত অৱশ্যে যথেষ্ট পৰিমাণে আছে। সৌন্দৰ্য্য সম্পৰ্কত দুই চাৰিজন খ্যাতনামা দার্শনিক; সাহিত্যিক আদিৰ মতামত আমি প্ৰথমতে আলোচনা কৰি এই সম্পর্কত এটা সিদ্ধান্তত উপনীত হোৱাৰ চেষ্টা কৰাটো নিশ্চয় সমীচীন হব।

প্ৰাচীন ভাৰতত, গ্ৰীক, ইজিপ্ত, ৰোম ইত্যাদি পুৰণি সভ্যতাত উপনীত হোৱা দেশবিলাকৰ সকলোতে মানৱ জাতিয়ে নিজৰ জীৱন ধাৰণৰ উপকৰণ-বিলাকৰ উৎপাদন বৃদ্ধি কৰাৰ লগে লগে বিজ্ঞানৰ চৰ্চা আৰু বৈজ্ঞানিক আবি-ষ্কাৰৰ ক্ষেত্ৰতো যথেষ্ট ৰবঙণি আগবঢ়াইছিল। জীৱন ধাৰণৰ উপকৰণ বৃদ্ধি. তথা

জীয়াই থকাৰ সংগ্ৰামৰ কঠোৰতা কমি অহাৰ লগে লগে সেই দেশবোৰত সংস্কৃতিয়ো বিকাশ লাভ কৰিছিল। মানুহৰ কাৰণে বাসস্থান নিৰ্মাণ, উৎপাদনৰ সজুলি নিৰ্মাণ, প্ৰশাসনীয় আৰু আত্মৰক্ষাৰ কাৰণে বিভিন্ন ধৰণৰ অস্ত্ৰ-শস্ত্ৰ নিৰ্মাণ ইত্যাদি সকলোতে মানুহৰ সৌন্দৰ্যবোধ বিভিন্ন ধৰণে প্ৰকাশিত হৈছিল। পৰবৰ্তী আৰু এটা স্তৰত মানৱ সমাজত বিভিন্ন ধৰ্ম মত, বিভিন্ন দেৱ-দেৱীৰ ধাৰণা আৰু কল্পনাই খিতাপি লোৱাত সেই দেশবোৰত দেৱ-দেৱীবোৰৰ চিত্ৰ অঙ্কন, মূৰ্তি নিৰ্মাণ, দেৱ-দেৱীবোৰৰ সম্পৰ্কে কাল্পনিক গল্প ৰচনা, সঙ্গীত ৰচনা, কাব্য ৰচনা ইত্যাদিও আৰম্ভ হৈছিল আৰু এই আটাইবোৰৰ মাজেদিয়ো মানুহৰ সৌন্দৰ্য-বোধ প্ৰকাশিত হৈছিল। প্ৰাচীন সভ্যতা আৰু সংস্কৃতিৰ যুগত এই দেশবোৰত গঢ়ি উঠা শিল্প সৃষ্টিবোৰৰ পৰা মানুহৰ সৌন্দৰ্যবোধৰ উৎপত্তিৰ আৰু বিকাশৰ ইতিহাস যথেষ্ট পৰিমাণে অনুমান কৰা যায় যদিও, প্ৰকৃততে সেই দেশবোৰৰ শিল্পীসকলেও সৌন্দৰ্যৰ সংজ্ঞা এটা নিৰ্দ্ধাৰণ কৰাৰ ক্ষেত্ৰত বিশেষ একো আগবঢ়োৱা নাছিল।

## (ক) প্ৰাচীন সাহিত্য :

সভ্যতা আৰু সংস্কৃতিৰ বহুত উন্নত স্তৰত, বিশেষকৈ কথা-শিল্প সাহিত্যৰ উন্নতিৰ এটা বিশেষ স্তৰতহে দুই চাৰিজন দাৰ্শনিক বা সাহিত্যিকে "সৌন্দৰ্য" কি সেই সম্বন্ধে এটা সংজ্ঞা উলিয়াবৰ চেষ্টা কৰা দেখা যায়। ভাৰতৰ প্ৰাচীন সাহিত্য বেদবোৰতো সৌন্দৰ্যৰ কোনো সংজ্ঞা পোৱা নাযায়, কিন্তু বিভিন্ন দেৱ-দেৱীৰ বৰ্ণনা, দেৱ-দেৱীবোৰৰ বাসস্থানৰ বৰ্ণনা, যজ্ঞৰ বেদী নিৰ্মাণৰ বৰ্ণনা, দেৱ-দেৱীবোৰে পৰিধান কৰা সাজ পাৰবোৰৰ বৰ্ণনা ইত্যাদিৰ মাজেৰে মানুহৰ সৌন্দৰ্যবোধৰ যথেষ্ট আভাস পোৱা যায়। উপনিষদবোৰত "আনন্দ" কি, সৌন্দৰ্যই যে আনন্দৰ আধাৰ এইবোৰ সম্পৰ্কত পোৱা কিছুমান মতামতৰ পৰা সৌন্দৰ্যৰ সংজ্ঞা এটা অনুমান কৰা যায়। সকলো জীৱতে আত্মা আছে, সেই আত্মা হ'ল পৰমাত্মাৰে (অৰ্থাৎ ভগবানৰ) অংশ বিশেষ, আৰু সকলো আত্মাৰে আনন্দ হ'ল পৰামাত্মাৰ লগত বিলীন হোৱা ইত্যাদি বক্তব্যৰ পৰা স্বাভাৱিকতে অনুমান কৰা যায় যে প্ৰকৃত সৌন্দৰ্য অকল পৰমাত্মা বা ভগবানত হে আছে, পাৰ্থিৱ কোনো বস্তুতেই নাই। এটা আত্মাই আন এটা আত্মাৰ লগত মিলিব পাৰিলেই আনন্দ উপলব্ধি হয় আৰু পৰমাত্মাৰ লগত মিলন হলেহে প্ৰকৃত আনন্দ লাভ

হয়। সকলো আত্মাকে পৰমাত্মাৰ অংশ বুলি বুজিব পাৰিলেই সুন্দৰ দেখা যায়। বিশ্বৰ যিকোনো বস্তুকেই পৰমাত্মাৰ বহিঃপ্ৰকাশ বুলি বুজিব পাৰিলেই সুন্দৰ দেখা যায়, কাৰণ এই বোধে আমাক আনন্দ দিয়ে।

গ্ৰীক দাৰ্শনিক প্লেটোই এই আত্মা আৰু পৰমাত্মাৰ তত্ত্বকে অন্য ধৰণে ব্যক্ত কৰি, বহুণ সানি, যিকোনো বস্তুৰে আকাৰ, আকৃতি, ৰং আৰু অন্য সকলো গুণৰে অনুপাতত বিৰাজ কৰা সামঞ্জস্য এটাক সৌন্দৰ্য বুলি অভিহিত কৰিছে। জাৰ্মান দাৰ্শনিক হেগেলে আকৌ "পৰমাত্মা" বা "আত্মা" শব্দৰ ব্যৱহাৰ নকৰি আদিচৈতন্য, চৈতন্য আদি শব্দৰ ব্যৱহাৰ কৰি সমস্ত প্ৰকৃতি, মানৱ সমাজ, মানুহ জাতিৰ সৌন্দৰ্য, সৌন্দৰ্যবোধ আটাইবোৰকে সেই "আদি-চৈতন্য"ৰ বিকাশৰ গতি বুলি ব্যাখ্যা কৰিছে। ৰুছ দাৰ্শনিক লিও টলষ্টয়ে, সকলো সৌন্দৰ্যৰে আধাৰ ভগবান বুলিয়ে বিভিন্ন যুক্তি তৰ্কৰ মাজেৰে প্ৰতিপন্ন কৰাৰ চেষ্টা কৰিছে। কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰেও মূলতঃ উপনিষদৰ তত্ত্বকে অৱলম্বন কৰি সৌন্দৰ্য সম্বন্ধে বহুতো প্ৰবন্ধতে এটা সংজ্ঞা দিব বিচাৰিছে। টলষ্টয় আৰু ৰবীন্দ্ৰনাথৰ লেখাৰ পৰা দুই চাৰিটা উদ্ধৃতি অলপ পিছতে দিয়া হব। ইতিমধ্যে আৰু দুই এজন দাৰ্শনিক, শিল্পী, সাহিত্যিকৰ মত অলপ আলোচনা কৰি লোৱা যাওক।

## (খ) পণ্ডিত-ৰাজ জগন্নাথ :

সোতৰশ শতিকাৰ ভাৰতীয় সাহিত্যিক আৰু কলাবিদ পণ্ডিত-ৰাজ জগন্নাথে সৌন্দৰ্যৰ এটা সূত্ৰ দিয়াৰ চেষ্টা কৰি কৈছিল যে যিবোৰ বস্তুয়ে বা ভাবে আন কোনো বস্তু বা ভাবেই দিব নোৱাৰা এটা অপূৰ্ব আনন্দ দিয়ে আৰু সেই আনন্দই আমাক আগুৱাই যোৱাৰ প্ৰেৰণা দিয়ে, তেনে বস্তু বা ভাববোৰেই হ'ল সৌন্দৰ্য। সেই বিশেষ ধৰণৰ আনন্দৰ ব্যাখ্যা কৰি পণ্ডিত-ৰাজ জগন্নাথে কৈছিল যে সেই আনন্দ আমি ব্যক্তিগত অয়োজনত বিচৰা কিবা এটা বস্তু পালে যি ধৰণৰ আনন্দ পাওঁ তেনে আনন্দতকৈও সম্পূৰ্ণ বেলেগ ধৰণৰ, সেই আনন্দক কোনো ভাষাৰ দ্বাৰাই বুজাব নোৱাৰি। মাত্ৰ উপলব্ধি কৰিবহে পাৰি। সাহিত্যত বিভিন্ন ৰসৰ বৰ্ণনা দিয়া হয়, কিন্তু সেই আটাইবোৰ ৰসেই সৌন্দৰ্য নহয়, সাহিত্যত থকা কিছুমান ৰস সুন্দৰ হব পাৰে, কিছুমান সুন্দৰ নহবও পাৰে। সাহিত্যৰ ৰস মানেই সৌন্দৰ্য নহয় বুলি পণ্ডিত-ৰাজ জগন্নাথে বহুতো যুক্তি আৰু অনুশীলনৰ দ্বাৰায়ো ব্যাখ্যা কৰি গৈছে।

## (গ) স্বৰ্গীয় সুৰেন্দনাথ দাসগুপ্ত :

পণ্ডিত-ৰাজ জগন্নাথে দিয়া সৌন্দৰ্য'ৰ সূত্ৰটোকে আৰু অধিক বিশ্লেষণ কৰি ভাৰতৰ খ্যাতনামা দাৰ্শনিক স্বৰ্গীয় সুৰেন্দ্ৰনাথ দাসগুপ্তই কৈছিল যে এটা বিশেষ ধৰণৰ ঐক্য উপলব্ধি কৰিলেই মানুহৰ সৌন্দৰ্য'বোধৰ উদয় হয়, সৌন্দৰ্য'ৰ বৰ্ণনা দিয়া যায়, কিন্তু এটা সংজ্ঞা দিয়া নাযায়। স্বৰ্গীয় সুৰেন্দ্ৰনাথ দাসগুপ্তই কৈছিল যে সাধাৰণতে আমি কিবা এটা বিচাৰি থকা বস্তু পালে বা আমাৰ কিবা এটা আকাংখ্যা পূৰণ হলেই আমাৰ আনন্দ হয়। সেই ধৰণৰ আনন্দ আৰু সৌন্দৰ্য' বোধ একে নহয়। যি আনন্দই আমাৰ সৌন্দৰ্যবোধ জাগ্ৰত কৰে, সেই আনন্দতো হয়তো কিবা এটা প্ৰাপ্তি বা আকাংখ্যা পূৰণৰ উপলব্ধি নিহিত থাকিব পাৰে, কিন্তু সেই প্ৰাপ্তি বা আকাংখ্যা পূৰণক বাস্তৱ জীৱনৰ কাৰণে প্ৰয়োজনীয় কোনো প্ৰাপ্তি বা আকাংখ্যা পূৰণৰ লগতেই বিজাৰ নোৱাৰি। সেইটো সম্পূৰ্ণ ভাবে আন্তৰিক উপলব্ধি। স্বৰ্গীয় সুৰেন্দ্ৰনাথ দাসগুপ্তই কৈছিল যে সৌন্দৰ্যই আমাক আনন্দ দিয়ে, কিন্তু কিয় আনন্দ দিয়ে সেইটো বুজাব নোৱাৰি।

(Fundamentals of Indian Art. Page 2)

## (ঘ) চাৰ্নিছিভ্স্কি :

উনৈশ শতিকাৰ আন এজন ৰুছ সাহিত্যিক, দাৰ্শনিক আৰু গণতান্ত্ৰিক আন্দোলনৰ অন্যতম নেতা চাৰ্নিছিভ্স্কিয়ে (Chernyshevsky) সৌন্দৰ্যৰ প্ৰসঙ্গত কৈছিল যে 'সৌন্দৰ্য' মানে কি ? সৌন্দৰ্য'ই এনে এটা অফুৰন্ত আনন্দৰ সৃষ্টি কৰে - যিটো আনন্দ আমাৰ অতি প্ৰিয়পাত্ৰ বা প্ৰিয়পাত্ৰীক দেখিলেহে অনুভৱ কৰা যায়। আমি সৌন্দৰ্য'ক নিঃস্বাৰ্থভাৱে ভাল পাওঁ, যেনেকৈ প্ৰেমত পৰা মানুহে ভাল পায়। গতিকে সৌন্দৰ্য'ত এনে এটা বৈশিষ্ট্য আছে যিটো সৰ্বাত্মক, যিটো বিভিন্ন ধৰণৰ বস্তুতেই থাকিব পাৰে আৰু যিটোৰ ৰূপ সাৰ্বজনীন। সেই কাৰণেই পৰস্পৰৰ ভিতৰত কোনো ধৰণৰ সাদৃশ্য নথকা বস্তু কিছুমানেও আমাৰ সৌন্দৰ্য'বোধ জাগ্ৰত কৰে।'

'সাধাৰণভাৱে মানুহৰ কাৰণে আটাইতকৈ প্ৰিয়বস্তু হ'ল নিজৰ জীৱনটো। পাৰ্যমানে মানুহে নিজে বিচৰা ধৰণেই জীয়াই থাকিব বিচাৰে, নোৱাৰিলে হয়তো যিকোনো ধৰণেই জীয়াই থাকিব বিচাৰে ; কাৰণ, মৰাতকৈ অন্ততঃ জীয়াই থকাটোৱে শ্ৰেয়। সকলো জীৱৰেই প্ৰাকৃতিক ধৰ্ম হ'ল মৃত্যুক ভয় কৰা, নোহোৱা

হৈ যোৱাটোক ভয় কৰা, আৰু সেই কাৰণেই জীৱনটোক ভাল পায়। 'সৌন্দৰ্যই জীৱন' বুলি প্ৰচলিত হোৱা কথাষাৰৰ ব্যাখ্যা হ'ল এইটোৱে। আমি যিবোৰ বস্তু দেখিলে আমি বিচৰা ধৰণে, আমাৰ ধাৰণামতে জীৱনটো যেনে হোৱা উচিত তেনে হোৱাৰ আশা দেখো সেইবোৰেই সুন্দৰ। যিবোৰ বস্তুৱে জীৱনী শক্তি প্ৰকাশ কৰে বা যিবোৰ বস্তুৱে আমাৰ জীৱনটো সুন্দৰ বুলি আমাক মনত পেলাই দিয়ে সেইবোৰতেই সৌন্দৰ্য আছে। আমাৰ সৌন্দৰ্যবোধ জাগ্ৰত হোৱা সকলো ধৰণৰ ক্ষেত্ৰকে এই সূত্ৰটোৰ দ্বাৰাই ব্যাখ্যা কৰিব পাৰি।'

(Chernyshevsey's Ethics and Aesthetics.
By A. Lunacharsky. Page 29-30)

(ঙ) লিও টলষ্টয় :

খ্যাতনামা ৰুছ সাহিত্যিক আৰু দাৰ্শনিক লিও টলষ্টয়ৰ সাহিত্য, শিল্প-সৃষ্টি, নৈতিকতা সম্পৰ্কত বহুতো প্ৰবন্ধ, বহুতো গ্ৰন্থৰ উপৰিও তেওঁ লিখা বিভিন্ন উপন্যাস আৰু গল্পৰ মাজেদিও সৌন্দৰ্য আৰু সৌন্দৰ্যবোধ সম্পৰ্কত তেওঁৰ মত ব্যক্ত কৰি গৈছে। সাহিত্য আৰু শিল্প-সৃষ্টি সম্পৰ্কত টলষ্টয়ৰ মতামত আমি পিছত প্ৰসঙ্গক্ৰমে আলোচনা কৰিম। সৌন্দৰ্য সম্পৰ্কত টলষ্টয়ৰ মতামত আছিল যে সকলো সৌন্দৰ্য ভগবানতেই আছে। মানুহ আৰু প্ৰকৃতিত যি সৌন্দৰ্য থকা যেন লাগে সি হ'ল ভগবানৰে বহিঃপ্ৰকাশ। ৰুছ সাহিত্যিক মেক্সিম গোৰ্কীৰ লগত হোৱা ঘৰুৱা আলোচনা এটাৰ পৰা একাষাৰ কথাৰ উদ্ধৃতি এই সম্পৰ্কত দিয়া উচিত হব। গোৰ্কীয়ে ভগবান বিশ্বাস নকৰো বুলি কোৱাত টলষ্টয়ে কৈছিল, 'সেইটো মিছা। তুমি স্বাভাৱিকতেই ঈশ্বৰত বিশ্বাসী আৰু ঈশ্বৰ নহলে তুমি চলিবই নোৱাৰা। তুমি অতি সোনকালে সেইটো উপলব্ধি কৰিবা। তুমি ঈশ্বৰ বিশ্বাস নকৰাৰ কাৰণ হ'ল তুমি অত্যন্ত জেদী, আৰু হয়তো সংসাৰখন তুমি বিচৰা ধৰণে গঢ়ি উঠা নাই কাৰণে তুমি বিৰক্ত হৈছা। কিছুমান মানুহে আকৌ লাজতেও ঈশ্বৰ বিশ্বাস নকৰা হয়। তেওঁলোকে যদি এজনী নাৰীক ভাল পায়, সেইটো আনে জনাতো সহ্য কৰিব নোৱাৰে, আনে তেওঁলোকক ভুল বুজিব পাৰে বুলি ভয় কৰে, হয়তো তেওঁলোকৰ সাহসবো অভাৱ। ঈশ্বৰ বিশ্বাস আৰু প্ৰেম উভয়তে সাহসৰ দৰকাৰ। তুমি নিজেই মাথোন কোৱা যে তুমি ঈশ্বৰ বিশ্বাস কৰা, তেতিয়া হলে গোটেই জগতখন তুমি বিচৰাৰ নিচিনাই হোৱা যেন দেখিবা,

সকলো কথায়ে নিজে নিজৰ ব্যাখ্যা দি যাব আৰু সকলোৱে তোমাক আকৃষ্ট কৰিব। তুমি বহুত বস্তুকেই ভাল পোৱা আৰু ভাল পোৱাৰ সৰ্ব্বোচ্চ কেন্দ্ৰী-কৰণেই হ'ল ঈশ্বৰ বিশ্বাস। তুমি ভাল পোৱাৰ পৰিমাণ বঢ়াই থকা আৰু তোমাৰ ভাল পোৱাৰ সৰ্ব্বোচ্চ পৰিমাণেই ঈশ্বৰ বিশ্বাসত পৰিণত হব। সকলো মানুহেই পৃথিবীৰ আটাইতকৈ সুন্দৰী নাৰী গৰাকীক ভাল পাব বিচাৰে, এইদৰে প্ৰত্যেক মানুহেই আনকি তুমিও সেই এগৰাকী সুন্দৰী নাৰীকে ভাল পাব বিচৰা আৰু এইটোৱেই ঈশ্বৰ বিশ্বাস। ঈশ্বৰ বিশ্বাস নকৰা মানুহে ভাল পাব নোৱাৰে। তেনে মানুহে আজি যদি এগৰাকী নাৰীৰ প্ৰেমত পৰে এবছৰ নৌহওতেই আন এগৰাকীৰ প্ৰেমত পৰিব। এনে মানুহৰ আত্মা ভৰঘুৰে আৰু নিস্ফল হৈ পৰে। কিন্তু সেইটো সত্য নহয়। তুমি জন্মৰ পৰাই ঈশ্বৰ বিশ্বাসী, এতিয়া আৰু তোমাৰ প্ৰকৃতিৰ বিৰুদ্ধে আচৰণ কৰি একো লাভ নাই। তুমি সদায় সৌন্দৰ্য'ৰ কথা কোৱা। কিন্তু সেই সৌন্দৰ্য কি ? সৰ্বোচ্চ আৰু নিখুত সৌন্দৰ্য হ'ল ঈশ্বৰ।"

(On Literature, Gorky Page 347 348)

## (চ) মেক্সিম গৰ্কী :

আধুনিক সমাজতান্ত্ৰিক যুগৰ খ্যাতনামা ৰুছ সাহিত্যিক মেক্সিম গৰ্কীৰ কিন্তু সৌন্দৰ্য' সম্পৰ্কে ধাৰণা সম্পূৰ্ণ অন্য ধৰণৰ। তেওঁ এঠাইত লিখিছে, 'আমাৰ চাৰিওফালে আগুৰি থকা প্ৰকৃতি সদায় আমাৰ বিপক্ষে আৰু তাত একো সৌন্দৰ্য'ই নাই। সৌন্দৰ্য' মানুহৰ অন্তৰাত্মাত মানুহে নিজেই সৃষ্টি কৰে। এইদৰেই ফিনলেণ্ডৰ অধিবাসীবোৰে পাথৰ গুচাই, জঙ্ঘল ভাঙি নিজৰ দেশৰ নৰম মাটি বোৰক শস্য-শ্যামলা সুন্দৰ খেতি-পথাৰত পৰিণত কৰিছে, আৰু আৰবীয়সকলে নিজ দেশৰ মৰুভূমিবোৰক সুন্দৰ কৰি গঢ়ি তুলিছে। মানুহৰ নিজৰ আকাংখ্যা পূৰণ কৰাৰ চেষ্টাৰ মাজেদি সৌন্দৰ্য'ৰ সৃষ্টি হৈছে। য'তে ত'তে সিচৰিত হৈ বৈ থকা পৰ্বতৰ শৃঙ্গবোৰে মোক আনন্দ নিদিয়ে; কিন্তু মানুহে যেতিয়া সেইবোৰক কল্পনাৰ ৰঙেৰে ৰঞ্জিত কৰি তুলিছে তেতিয়াহে সেইবোৰ দেখি আনন্দ পাওঁ। মানুহে যি মহত্বৰ প্ৰকাশ কৰি হেজাৰঙে প্ৰকৃতিক ৰূপান্তৰিত কৰি আছে তাকে দেখি মই আনন্দত আত্মহাৰা হওঁ। অলপ চিন্তা কৰি চালেই দেখা যায় যে এই পৃথিবীখন মানুহৰ বাসৰ কাৰণে মুঠেই সুখকৰ নহয় অথচ পৃথিবীৰ মানুহেই পৃথিবীখনক এইদৰে ৰূপান্তৰিত কৰি থকাটো অতি আশ্চৰ্য্যজনক লাগে। মানুহৰ যি বীৰত্বৰ প্ৰকাশ পাইছে তাতকৈ অলপ কম বীৰত্ব হোৱা হলেই

ভূমিকম্প, ধুমুহা, বানপানী, ৰবফৰ নদী, অত্যন্ত গৰম, অত্যন্ত ঠাণ্ডা, বিষাক্ত পোক-পৰুৱা, অগণন বীজানু আৰু নানা ধৰণৰ প্ৰাকৃতিক দুৰ্যোগে পৃথিৱীত মানুহৰ অস্তিত্বক অসম্ভৱ কৰি তুলিলেহেঁতেন। সদায় সকলো ঠাইতে আমাৰ জীৱনধাৰণ দুঃখজনক হৈয়ে আছিছে, কিন্তু মানুহে এই দুখ আৰু কষ্টবোৰক শিল্প সৃষ্টিলৈ ৰূপান্তৰিত কৰিছে। প্ৰকৃতিৰ এই ৰূপান্তৰত বাহিৰে আন একোৱেই বেছি আশ্চৰ্যজনক হব নোৱাৰে। সেই কাৰণেই আকাশত তৰাৰ জিলমিলনি, সাগৰৰ ঢৌ, বনভূমিৰ জিৰজিৰণি বা গহীন হাবিৰ নিৰ্জনতাতকৈ পুস্কিনৰ এখন কবিতাৰ পুথি বা ফ্লবাৰ্টৰ এখন উপন্যাস পঢ়ি বেছি জ্ঞান আৰু জীৱন্ত সৌন্দৰ্য উপভোগ কৰো।

একেটা প্ৰবন্ধতে আন এঠাইত আকৌ গৰ্কীয়ে কৈছে, "জ'ন ৰাস্কিনে যেতিয়া কৈছিল যে টাৰ্ণাৰৰ চিত্ৰবিলাক প্ৰকাশ পোৱাৰ পিছতহে ইংলণ্ডৰ সূৰ্যাস্তবিলাক বেছি সুন্দৰ হৈ পৰিল, তেওঁ এটা মহান সত্যকে প্ৰকাশ কৰিছিল।" "যদি আকাশৰ তৰাবিলাক আৰু বেছি ডাঙৰ আৰু উজ্জ্বল হৈ আৰু বেছি আমাৰ ওচৰলৈ আহিলহেঁতেন, আকাশখন মোৰ কাৰণে আৰু বেছি সুন্দৰ লাগিলহেঁতেন। জ্যোতিৰ্বিদসকলে তৰাবোৰৰ বিষয়ে যিমানেই বেছিকৈ কয় সিমানেই তৰাবোৰ বেছি সুন্দৰ হৈ পৰে।"

( On Literature. Gorky, Page2 4-25 )

## (ছ) ৰবীন্দ্ৰনাথ ঠাকুৰ :

ৰবীন্দ্ৰনাথ ঠাকুৰৰ সৌন্দৰ্য সম্পৰ্কে ধাৰণা মূলতঃ উপনিষদৰ তত্ত্বৰ ওপৰতে প্ৰতিষ্ঠিত যদিও, তেওঁ বহু বিলাক ব্যাখ্যা, বিশ্লেষণ আৰু যুক্তিতৰ্কৰ অৱতাৰণা কৰি সৌন্দৰ্যৰ এটা বোধগম্য সূত্ৰ দাঙি ধৰিছে। সাহিত্য আৰু সংস্কৃতিৰ ওপৰত লিখা বিভিন্ন প্ৰবন্ধত বিভিন্ন প্ৰসঙ্গত তেওঁ সৌন্দৰ্যৰ এটা সংজ্ঞা উলিয়াই আনিছে। সাহিত্য সম্পৰ্কত ৰবীন্দ্ৰনাথৰ বক্তব্য আমি পিছত আকৌ আলোচনা কৰাৰ চেষ্টা কৰিম। সৌন্দৰ্য সম্পৰ্কত ৰবীন্দ্ৰনাথৰ কেইআষাৰমান কথাৰ উদ্ধৃতিৰ মাজেদি মাত্ৰ তেওঁৰ সৌন্দৰ্যৰ সংজ্ঞাটো ব্যক্ত কৰাৰ চেষ্টা কৰা হ'ল। ৰবীন্দ্ৰনাথে বিভিন্ন ধৰণে বিশ্লেষণ কৰি 'সৌন্দৰ্য', 'আনন্দ', সত্য', 'মঙ্গল', 'সাহিত্য' আৰু 'প্ৰকাশ' এই ছয় বিষৰ মাজত এটা অবিচ্ছেদ্যভাৱে জড়িত সম্পৰ্কৰ উল্লেখ কৰিছে আৰু এই আটাইবোৰকেই 'আত্মা'ৰ ধৰ্ম বুলি অভিহিত কৰিছে। 'আত্মা' মানে তেওঁ

'পৰমাত্মা' তথা ভগবানৰ অংশ বিশেষ বুলিয়ে বুজাইছে। ৰবীন্দ্ৰনাথৰ একাষাৰ কথা হ'ল "আত্মাৰ কাৰ্য হ'ল আত্মীয়তা কৰা আৰু ইয়াৰ পৰাই সৌন্দৰ্য'ৰ সৃষ্টি হ'ল।"

"মকৰাই যেনেকৈ কেন্দ্ৰত থাকি চাৰিওকালে জাল গুঠি থাকে, আমাৰ কেন্দ্ৰত থকা আত্মায়ো তেনেকৈ চাৰিওফালৰ সৈতে আত্মীয়তা বন্ধন স্থাপন কৰাত ব্যস্ত আছে। আত্মাই সদায় বিসদৃশক সদৃশ, দূৰবৰ্ত্তীক নিকটবৰ্তী আৰু পৰক আপোন কৰি আছে। বহি বহি আপোন আৰু পৰৰ মাজত হেজাৰ হেজাৰ সেতু নিৰ্মাণ কৰি আছে। এই যে আমি সৌন্দৰ্য বুলি কওঁ সেইটো আত্মাৰ নিজৰ সৃষ্টি। সৌন্দৰ্য হ'ল আত্মাৰ আৰু জড়ৰ মাজৰ সংযোগকাৰী সেতু।"

বিশ্ব-জগতৰ মাজত আমাৰ হৃদয়ৰ এই ধৰ্মটো দেখিলেই হৃদয়ে নিজেই নিজক ধৰা দিয়ে, কোনো কথাৰে অপেক্ষা নকৰে। জগতত এই বাজে খৰছৰ দিশটোৱে হ'ল সৌন্দৰ্য।'আন এঠাইত আকৌ ৰবীন্দ্ৰনাথে সৌন্দৰ্যক বৈচিত্ৰ্যৰ মাজত বিৰাজ কৰা ঐক্য হিচাপেও ব্যাখ্যা কৰিছে। "গোলাপৰ আয়তন, আকাৰ, সুষমা, তাৰ অঙ্গপ্ৰত্যঙ্গ বোৰৰ পৰস্পৰৰ মাজত কথা সামঞ্জস্য এই আটাইবোৰেই সমগ্ৰ গোলাপটোত বিৰাজ কৰি থকা ঐক্যকে নিৰ্দেশিত কৰিছে। সেই কাৰণেই গোলাপ আমাৰ কাৰণে মাত্ৰ এটা তথ্য নহয়, সি সুন্দৰ।" আত্মাই আত্মাই গঢ়ি উঠা এই সম্পৰ্কৰ আৰু ব্যাখ্যা কৰি ৰবীন্দ্ৰনাথে কৈছে: "কিন্তু আধ্যাত্মিক সম্পৰ্ক কেৱলমাত্ৰ সৌন্দৰ্য, কেৱলমাত্ৰ আনন্দৰ সম্পৰ্ক, এই সম্পৰ্ক কোনো সুবিধা-অসুবিধা বা সঞ্চয় অপচয়ৰ সম্পৰ্ক নহয়।" সৌন্দৰ্যই আমাক যি আনন্দ দিয়ে, সেই আনন্দ আৰু আমাৰ ইন্দ্ৰিয়বোৰৰ পৰিতৃপ্তিৰ দ্বাৰা যি সুখ অনুভৱ কৰা যায়, সেই ইন্দ্ৰিয়লব্ধ সুখ দুয়োটাকে সম্পূৰ্ণ পৃথক অনুভূতি বুলি ৰবীন্দ্ৰনাথে বহুত দৃষ্টান্তৰ দ্বাৰাই ব্যাখ্যা কৰিছে। এঠাইত তেওঁ কৈছে: "আমাৰ সৌন্দৰ্যপ্ৰিয়তাৰ মাজত যদি সেই সতীত্বৰ সংযম নাথাকে তেন্তে কি হয়? তেওঁ কেৱল সৌন্দৰ্য'ৰ বাহিৰে বাহিৰে চঞ্চল হৈ ঘূৰি ফুৰে, মত্ততাকে আনন্দ বুলি ভুল কৰে, যিটো পালে তেওঁ একেবাৰে স্থিৰ হৈ বহিব পাৰে সেইটোক নাপায়। যথাৰ্থ সৌন্দৰ্য সমাহিত সাধকেহে উপলব্ধি কৰিব পাৰে, লোলুপ ভোগীয়ে নহয়। যি মানুহ পেটুক তেওঁ কেতিয়াও ভোজনৰ ৰসজ্ঞ হব নোৱাৰে।" আন এঠাইত আকৌ এই সম্পৰ্কে তেওঁ কৈছে: "সৌন্দৰ্য'ক আমাৰ বাসনা আৰু লোভৰ পৰা স্বতন্ত্ৰ কৰি চাব নোৱাৰিলে তাক কেতিয়াও পূৰ্ণভাৱে দেখা নাযায় অশিক্ষিত, অসংযত, সম্পূৰ্ণভাৱে আমি যি দেখো সি আমাক তৃপ্তি দিব নোৱাৰে, তৃষ্ণাহে বঢ়ায়, খাদ্য নিদিয়ে, মদ খুৱাই আহাৰৰ স্বাস্থ্যকৰ অভিৰুচি পৰ্যন্ত নষ্ট কৰি দিয়ে।"

সত্য সম্পৰ্কেও এইদৰে বিভিন্ন লেখাৰ মাজেদি ৰবীন্দ্ৰনাথৰ যি অভিমত ওলাই আহিছে তাৰ মৰ্মাৰ্থ হ'ল এনে—প্ৰকৃত সত্য আমি উপলব্ধিৰ মাজেৰেহে বুজিব পাৰো কোনো তথ্যৰ দ্বাৰাই নহয়। সকলো তথ্যয়ে খণ্ড সত্যহে, কিন্তু উপলব্ধিৰ দ্বাৰা এই তথ্যবোৰৰ পৰাই প্ৰকৃত সত্য বুজিব পাৰো। তেওঁ এঠাইত কৈছে: "তথ্য খণ্ডিত, স্বতন্ত্ৰ সত্যৰ মাজতে সি নিজৰ বৃহৎ ঐক্যক প্ৰকাশ কৰে। 'মই' মানে ব্যক্তিগত 'মই', অথচ এই তথ্যৰ মাজেদি 'মই এজন মানুহ', এই সত্যটো যেতিয়া প্ৰকাশ কৰো তেতিয়া এটা বিৰাট ঐক্যৰ পোহৰত মই উজ্জ্বল হৈ পৰো।" আন এঠাইত আকৌ তেওঁ এটা উদাহৰণ দি বুজাইছে যে, তেওঁ সদায় দেখি থকা ভৃত্য এজনক অকল ভৃত্য হিচাপেই দেখি আছিল, কিন্তু এদিন সেই ভৃত্যজনে তেওঁৰ আগলৈ অহাত পলম কৰিলে আৰু তেওঁ কাৰণ সোধাত কলে যে সিদিনা ভৃত্যজনৰ ছোৱালী এজনী মৰিল আৰু সেই কাৰণে অহাত পলম হ'ল। এই সাধাৰণ কথাটোৰ মাজেদি তেওঁ উপলব্ধি কৰিলে যে, এই ভৃত্যজনো এজন মানুহ আৰু তেওঁৰ সকলো মানৱীয় গুণবোৰ আছে। "এজনী জীয়েকৰ পিতাক হিচাপে মই তেওঁক দেখিলো, মোৰ লগত তেওঁৰ স্বৰূপৰ মিল দেখিলো, সেইটো হ'ল প্ৰত্যক্ষ আৰু সেইটোয়ে হ'ল বিশেষ।" সকলো মানুহকে অপত্য স্নেহৰ অধিকাৰী বুলি বুজাটো, সকলো মানুহৰ চৰিত্ৰতে থকা এই ঐক্যটো অকল উপলব্ধিৰ দ্বাৰাইহে বুজিব পাৰি, মাথোন তথ্যটোৰ দ্বাৰাই নোৱাৰি।

এইদৰে ৰবীন্দ্ৰনাথে বিভিন্ন প্ৰবন্ধত, বিভিন্ন প্ৰসঙ্গত অসংখ্য উদাহৰণৰ মাজেদি তেওঁৰ অভিমত দিছে যে প্ৰকৃততে সৌন্দৰ্য, আনন্দ, মঙ্গল সত্য, সাহিত্য আৰু প্ৰকাশ এই আটাইবোৰেই আত্মাৰ ধৰ্ম আৰু সকলো আত্মাই যিহেতু পৰমাত্মাৰ অংশ এই সকলোবোৰৰে আধাৰ হ'ল পৰমাত্মা। সাহিত্য আৰু প্ৰকাশ সম্পৰ্কত ৰবীন্দ্ৰনাথৰ লেখাৰ পৰা দুই চাৰিটা উদ্ধৃতি আমি পৰৱৰ্তী প্ৰবন্ধত আলোচনা কৰিম। মঙ্গল সম্পৰ্কেও তেওঁ বিভিন্ন আলোচনাৰ মাজেদি বিশ্লেষণ কৰিছে যে মঙ্গলৰ অৰ্থই হ'ল সাধাৰণভাৱে মানুহৰ প্ৰয়োজন পূৰণ কৰা, মানুহৰ হিতসাধন কৰা— অৰ্থাৎ মানুহৰ নিৰাপত্তা আৰু শক্তি বৃদ্ধি কৰা। হিতসাধন কৰাটো আত্মাৰ স্বাভাৱিক ধৰ্ম। হিতসাধনত আত্মাৰ আনন্দ হয়, সেই কাৰণেই তাত সৌন্দৰ্য আছে। 'মঙ্গলৰ মাজতো আমি সেই ঐশ্বৰ্য দেখা পাওঁ। যেতিয়া দেখো যে কোনো বীৰ পুৰুষে ধৰ্মৰ কাৰণে স্বাৰ্থ ত্যাগ কৰিছে, প্ৰাণ দিছে, তেতিয়া এনে এটা আশ্চৰ্য বস্তু আমি দেখো যিটো আমাৰ প্ৰাণতকৈও মহৎ। মঙ্গলে নিজৰ ঐশ্চৰ্যৰ বলত পাৰ্থিব লোকচান বা

দুখক, লোকচান বা দুখ বুলি গণ্যই নকৰে। ব্যক্তিগত স্বাৰ্থৰ ক্ষতিৰ দ্বাৰা তাৰ ক্ষতি হোৱাৰ উপায় নাই। এই কাৰণে সৌন্দৰ্যই যেনেকৈ আমাক স্বেচ্ছাকৃতভাৱে ত্যাগ কৰাত প্ৰবৃত্ত কৰে, মঙ্গলেও কৰে।' মঙ্গল সম্পৰ্কে আন এঠাইত আকৌ ৰবীন্দ্ৰনাথে কৈছে: 'যথাৰ্থতে যি মঙ্গল, সি আমাৰ প্ৰয়োজন সাধন কৰে আৰু সি সুন্দৰ, অৰ্থাৎ প্ৰয়োজন সাধনৰ উপৰিও তাৰ এটা অহেতুক আকৰ্ষণ আছে। কিয় সুন্দৰ? কাৰণ মঙ্গল মাত্ৰৰেই সমস্ত জগতৰ লগত এটা গভীৰতম সামঞ্জস্য আছে, সকলো মানুহৰ মনৰ লগত নিগূঢ় মিল আছে।'

ৰবীন্দ্ৰনাথে সকলো বিশ্লেষণ, সকলো যুক্তিৰ দ্বাৰাই এইটোকে প্ৰতিপন্ন কৰিব বিচাৰিছে যে সৌন্দৰ্য আছে সত্যত, আনন্দ আছে সত্যত, আনন্দ আছে সৌন্দৰ্যত, সৌন্দৰ্য আছে মঙ্গলত, আনন্দ আছে মঙ্গলত, মঙ্গলত আছে সত্য আৰু এইদৰে সত্য, সুন্দৰ, আনন্দ আৰু মঙ্গল সকলো আছে পৰমাত্মাত। বিশ্বপ্ৰকৃতিৰ সকলোতে পৰমাত্মায়ে বিৰাজ কৰি আছে, গতিকে উপলব্ধি কৰিব পাৰিলে এই আটাইবোৰ গুণেই সকলোতে আছে। পৰমাত্মাৰ ধৰ্ম হ'ল নিজকে প্ৰকাশ কৰা আৰু সেই কাৰণে বিশ্বপ্ৰকৃতিৰ সকলো বস্তুৱেই নিজকে প্ৰকাশ কৰিব বিচাৰে। সাহিত্যও হ'ল আত্মাৰ প্ৰকাশৰ এটা পথ, গতিকে সাহিত্যত সত্য, সৌন্দৰ্য, মঙ্গল, আনন্দ, সকলো থাকে। সাহিত্য আৰু প্ৰকাশ সম্পৰ্কে পিছত আৰু কিছু আলোচনা কৰা যাব। মূলতঃ ৰবীন্দ্ৰনাথৰ তত্ত্ব উপনিষদৰ তত্ত্বৰ ওপৰতে প্ৰতিষ্ঠিত হলেও, তেওঁৰ বিশ্লেষণ আৰু ব্যাখ্যাবিলাক সৌন্দৰ্যৰ সংজ্ঞা সম্পৰ্কত বহুমূলীয়া অনুমান। ৰবীন্দ্ৰনাথৰ তত্ত্ব আৰু ব্যাখ্যাৰ মূল কথা হ'ল বিশ্বপ্ৰকৃতিৰ সকলো জীৱ, সকলো পদাৰ্থতে কিছুমান ঐক্য আৰু সাদৃশ্য বিৰাজ কৰি আছে আৰু এইবোৰৰ উপলব্ধিয়ে আমাক আনন্দ দিয়ে আৰু এই আনন্দটো কিবা এটা পাৰ্থিব বস্তু পোৱাৰ আনন্দ নহয়। এইটো সম্পূৰ্ণ উপলব্ধিৰ আনন্দ। সুন্দৰ বস্তু এটাক আমি হস্তগত কৰি নিজৰ কৰি লব বিচাৰিলে আমি তাৰ সৌন্দৰ্য উপলব্ধি কৰিব নোৱাৰো, সেই বস্তুটোৰ লগত নিজকে মিলাই দিব পাৰিলেহে আমি সেই সৌন্দৰ্য উপলব্ধি কৰিব পাৰো। এই সম্পৰ্কে তেওঁৰ একাষাৰ কথা উদ্ধৃতি দি আমি আন আলোচনালৈ যাম। তেওঁ এঠাইত কৈছে, ধৰ্মই হওক বা সৌন্দৰ্যই হওক, যিকোনো মহৎ বস্তুই হওক তাক বেৰা দি আগুৰি বিশেষভাৱে নিজৰ কৰি লব বিচাৰিলে সেই বস্তুটোৰ স্বৰূপটোৱে নষ্ট হৈ যায়। নদীক আমাৰ নিজৰ কৰি লোৱাৰ উদ্দেশ্যে বান্ধি লব বিচাৰিলে সি আৰু নদী হৈ নাথাকে, পুখুৰী হৈ যায়।' নদীৰ যি সৌন্দৰ্য, সেইটো তাৰ

অববাহিকা গুণৰ লগত নিহিত, পণ্ডিকে বান্ধ দি নদীৰ অববাহিকা ধ্বংস কৰি দিলে তাত আৰু নদীৰ সৌন্দৰ্য থাকিব নোৱাৰে। এই একাষাৰ কথাৰ দ্বাৰাই কৰিয়ে সৌন্দৰ্যৰ সাৰ্বজনিনতাক অতি স্পষ্টভাৱে বিশ্লেষণ কৰিছে।

(ৰবীন্দ্ৰনাথৰ আটাইকেইটা উদ্ধৃতিকে ডঃ প্ৰবাস জীৱন চৌধুৰীৰ 'ৰবীন্দ্ৰ নাথেৰ সৌন্দৰ্য দৰ্শন' নামৰ কিতাপখনত উদ্ধৃত কথাৰ পৰা পুনৰুদ্ধৃত কৰা হৈছে।)

(ঙ) মুন্সী প্ৰেমচান্দ :

ভাৰতৰ আন এজন খ্যাতনামা সাহিত্যিক প্ৰেমচান্দেও সৌন্দৰ্য সম্পৰ্কে বিশেষ এটা সংজ্ঞা দিব বিচৰা নাই। কিন্তু তেওঁৰ বিভিন্ন লেখা, বিভিন্ন ঠাইত দিয়া অভিভাষণবোৰত কৰা কিছুমান আলোচনাৰ মাজেদি সৌন্দৰ্যৰ এটা সংজ্ঞা ওলাই আহিছে। এঠাইত তেওঁ কৈছে, 'এতিয়া প্ৰশ্ন হ'ল সৌন্দৰ্য কি ? বাহ্যিক ভাবে এই প্ৰশ্নটো নিৰৰ্থক যেন লাগে। কাৰণ সৌন্দৰ্য সম্পৰ্কে আমাৰ মনত কোনো শংকা বা সহানুভূতি নাই। আমি সূৰ্যোদয় আৰু সূৰ্যাস্ত দেখো, উষা আৰু সন্ধিয়াৰ বক্তিমাভা দেখো, সুন্দৰ আৰু সুগন্ধযুক্ত ফুল দেখো, চৰাইৰ সুমধুৰ মাত শুনো, কলকল শব্দ কৰি বৈ থকা নদী দেখো, নৃত্যৰতা নিজৰা দেখো, এইবোৰেইতো সৌন্দৰ্য। কিন্তু এইবোৰ দেখি আমাৰ অন্তৰ পুলকিত হয় কিয় ? কাৰণ এইবোৰৰ বং আৰু ধ্বনিত এটা সামঞ্জস্য আছে। বাদ্যৰ স্বৰত সাম্য আৰু ঐক্যৰ সংগীত আছে কাৰণেই আমাক মুগ্ধ কৰে। আমাৰ (সাহিত্যিকসকলৰ) ৰচনাবিলাকো তত্বৰ সমানুপাতৰ সংযোগত ৰচিত কাৰণেই আমাৰ আত্মাই সদায় পূৰ্বোক্ত সাম্য আৰু সামঞ্জস্যৰ সন্ধান কৰে। সাহিত্য শিল্পীৰ আধ্যাত্মিক সামাঞ্জস্যৰ প্ৰকাশ্য ৰূপ আৰু সামঞ্জস্যই সৌন্দৰ্যৰ সৃষ্টিকৰ্তা, (সামঞ্জস্য) সৌন্দৰ্যৰ ধ্বংসকাৰক নহয়। এইবোৰ আমাৰ মঙ্গলকাৰক, সত্য, সহানুভূতিপূৰ্ণ, ন্যায়পৰায়ণ আৰু সাম্যৰ ভাৱনা বিলাকৰ পুষ্টিকাৰক।' প্ৰেমচান্দে আন এঠাইত কৈছে, 'আনন্দ মানেই এটা উপযোগিতাযুক্ত বস্তু। কিন্তু উপযোগিতাৰ দৃষ্টিকোণৰ পৰা বিচাৰ কৰিলে একেটা বস্তুৱেই আমাৰ সুখৰ কাৰণো হব পাৰে,। দুখৰ কাৰণো হব পাৰে। আকাশৰ বক্তিমাভা নিঃসন্দেহে এটা সুন্দৰ দৃশ্য। কিন্তু আহাৰ মহীয়া আকাশৰ বক্তিমাভাই আমাক আনন্দ নিদিয়ে, সেই সময়ত আমি আকাশত ক'লা মেঘ দেখিলেহে আনন্দ পাওঁ। ফুল দেখিলে আমি আনন্দ পাওঁ, কাৰণ ফুলৰ পৰা ফল আশা কৰো। প্ৰকৃতিৰ লগত জীৱনৰ সুৰ মিলাই আমি

আধ্যাত্মিক সুখ লাভ কৰো, কাৰণ ইয়াৰ দ্বাৰা আমাৰ জীৱন বিকশিত হয় আৰু পুষ্ট হয়। প্ৰকৃতিৰ নিয়ম হ'ল বৃদ্ধি আৰু বিকাশৰ নিয়ম। সেই কাৰণে বৃদ্ধি আৰু বিকাশৰ সহায়ক ভাৱনা, অনুভূতি আৰু বিচাৰ বিবেচনাৰ পৰাহে আমাৰ আনন্দ লাভ হয়।' প্ৰেমচান্দে আকৌ আন এঠাইত কৈছে, 'সৌন্দৰ্য কিন্তু অন্যান্য পদাৰ্থৰ দৰে স্বৰূপস্থ আৰু নিৰপেক্ষ নহয়। সৌন্দৰ্যৰ অৱস্থানো আপেক্ষিক। এক শ্ৰেণীৰ ব্যক্তিৰ কাৰণে যিটো বস্তু সুখকৰ, আন শ্ৰেণীৰ ব্যক্তিৰ কাৰণে সেই একেটা বস্তুই দুঃখদায়কো হব পাৰে। এজন ধনী মানুহে তেওঁৰ নিজৰ এখন সুৰভিত সুৰম্য উদ্যানত বহি চৰাইৰ মধুৰ সঙ্গীত শুনি আনন্দত আত্মহাৰা হৈ স্বৰ্গীয় সুখ লাভ কৰিব পাৰে, অথচ আন এজন সচেতন মানুহে বৈভৱৰ এই অভিমাত্ৰা উপাচাৰক ঘৃণ্যতম বস্তু বুলিও ভাবিব পাৰে।' শিল্পী সাহিত্যিকৰ সৌন্দৰ্যবোধ সম্পৰ্কে বিভিন্ন দৃষ্টিভঙ্গীৰ আলোচনা প্ৰসঙ্গত প্ৰেমচান্দে কৈছে, 'সৌন্দৰ্য মানে তেওঁলোকে (এক শ্ৰেণীৰ শিল্পী সাহিত্যিকে) সুন্দৰী নাৰীকেই বুজে। সন্তানৱতী, ৰূপৰহিত দৰিদ্ৰা নাৰীয়ে নিজৰ কেচুৱাটো ঘাঁহৰ ওপৰত শুৱাই থৈ খেতি পথাৰত ঘৰ্মাক্ত হৈ কাম কৰি থকা দৃশ্যত তেওঁলোকে সৌন্দৰ্য নেদেখে। তেওঁলোকে নিশ্চিত হৈছে যে যিবোৰ নাৰীয়ে কপাল, মুখমণ্ডল আৰু ওঠত ৰহণ সানি ৰঙীন কৰি ৰাখিছে সৌন্দৰ্যই সেইবোৰতহে বাস কৰে; শুকান মুখ, অযতনত ছেদেলি-ভেদেলি হৈ থকা চুলি, সোমাই যোৱা গালত সৌন্দৰ্য প্ৰবেশ কৰিবই নোৱাৰে। তেওঁলোকৰ দৃষ্টিৰ সংকীৰ্ণতাৰ ফলত এই বিভ্ৰাট ঘটিছে। সেওঁলোকৰ সৌন্দৰ্য দৰ্শনৰ দৃষ্টি প্ৰসাৰিত হলে তেওঁলোকে নিশ্চয় দেখা পালেহেঁতেন যে সেই ৰঙীন ওঠ, গাল আৰু মুখচন্দ্ৰিকাৰ অন্তৰালত ৰূপগৰ্ব আৰু নিষ্ঠুৰতাহে লুকাই আছে, আনহাতে সেই শুকান ওঠ আৰু শুকান গালৰ শুকান মুখত চকুলোৰে টোত ত্যাগ, শ্ৰদ্ধা আৰু কষ্ট সহিষ্ণুতা জিলিকি আছে অথচ তাত ৰূপগৰ্ব, আত্মপ্ৰদৰ্শন আৰু সুকুমাৰত্বৰ বহিৰাস্বৰ একোৱেই নাই।"

(প্ৰেমচান্দৰ আটাইকেইটা উদ্ধৃতিয়ে ১৯৩৬ চনত প্ৰগতিশীল লেখক সংঘৰ সন্মিলনত দিয়া সভাপতিৰ অভিভাষণৰ পৰা তুলি দিয়া হৈছে।

সৌন্দৰ্যৰ সংজ্ঞা সম্পৰ্কে যিসকল দাৰ্শনিক আৰু শিল্পী সাহিত্যিকে অভিমত দিয়াৰ চেষ্টা কৰি গৈছে তাৰে কেইজনমানৰ অভিমত আনি সাধাৰণভাৱে ওপৰত উল্লেখ কৰিলো। আৰু হয়তো বহুতৰে এই সম্পৰ্কত দিয়া অভিমত আছে। সেই আটাইবোৰ বিচাৰি উলিওৱা আমাৰ পক্ষে সম্ভৱপৰো নহয়, আৰু এই প্ৰবন্ধত আলোচনা কৰাধোও সম্ভৱপৰ নহয়। এই অভিমতবোৰৰ ভিতৰত কিছুমান হ'ল

পাৰ্থিৱ বস্তুতেই সৌন্দৰ্য আছে আৰু কিছুমান হ'ল যে সকলো সৌন্দৰ্যৰে আধাৰ হ'ল একমাত্ৰ পৰমাত্মা ভগবান, আৰু তেওঁৰ অংশহে বিভিন্ন পাৰ্থিৱ বস্তুৰ মাজেদি প্ৰকাশ পাইছে কাৰণে সেইবোৰতো সৌন্দৰ্য থকা যেন লাগে। কিন্তু সকলোৱে এটা কথাত একমত যে সৌন্দৰ্যবোধ এবিধ বিশেষ ধৰণৰ চেতনা, ই কোনো এটা বিশেষ বস্তু নহয়। সেই চেতনা আমাৰ মগজুত উদয় হলে আমি যিকোনো বস্তুতে সৌন্দৰ্য উপভোগ কৰিব পাৰো আৰু সেই চেতনাৰ অবিহনে আমাৰ সৌন্দৰ্যবোধ জাগ্ৰত নহয়।

সমস্ত বিশ্ব-প্ৰকৃতিকে অখণ্ড বুলি বুজিব পাৰিলেই তাৰ বিভিন্ন বস্তু আৰু মানুহৰ মাজত বিৰাজ কৰি থকা ঐক্য আৰু সামঞ্জস্যবিলাক আমাৰ ক্ৰমান্বয়ে বোধগম্য হৈ পৰে। প্ৰকৃতিৰ বিভিন্ন নিয়মবোৰ যিমনেই আমাৰ বোধগম্য হৈ পৰে, সিমানেই আমি বুজিবলৈ আৰম্ভ কৰো যে মানুহ আৰু প্ৰকৃতিৰ আন সকলো বস্তুৱেই একেবোৰ নিয়মৰ দ্বাৰাই অনুশাসিত। এই জ্ঞানেই হ'ল সত্য আৰু এই সত্যৰ সন্ধান পালেই আমাৰ আনন্দ হয় আৰু আমাক আনন্দ দিব পৰা সকলো বস্তুৱেই আমাৰ চকুত বা আমাৰ উপলব্ধিত সুন্দৰ যেন লগা হয়। সৌন্দৰ্যবোধৰ উদয়ৰ এইটোৱে কাৰণ। প্ৰকৃতিৰ আৰু মানুহৰ মাজত বিৰাজ কৰা এই ঐক্য আৰু সামঞ্জস্যবিলাকৰ কাৰণ বিচাৰি দাৰ্শনিকসকলৰ বিভিন্ন তত্ত্ব ওলাই আহিছে আৰু সেইদৰেই সৌন্দৰ্যবোধৰ কাৰণ বিচাৰিও বিভিন্ন তত্ত্ব ওলাই আহিছে। ভাববাদী দাৰ্শনিকসকলে এই কাৰণ ব্যাখ্যা কৰোতে 'পৰমাত্মা', 'আদিচৈতন্য' আদি বিভিন্ন নামেৰে বিশ্বপ্ৰকৃতিৰ বাহিৰত থকা শক্তি এটাৰ অস্তিত্ব কল্পনা কৰি তাৰে আলম লৈয়ে সকলোৰে কাৰণ ব্যাখ্যা কৰিব বিচাৰিছে। আৰু বস্তুবাদী দাৰ্শনিকসকলে বিশ্বপ্ৰকৃতিৰ নিয়মবোৰ আবিষ্কাৰ কৰি সেই নিয়মবোৰৰ আলম লৈয়ে সকলোৰে কাৰণ ব্যাখ্যা কৰিব বিচাৰিছে। চেতনাৰ সৃষ্টি আৰু বিকাশ সম্পৰ্কত কাৰ্লমাৰ্ক্স আৰু ফ্ৰেদৰিক এঙ্গেলছৰ লেখাৰ পৰা এটা উদ্ধৃতিয়ো নিশ্চয় প্ৰাসঙ্গিক হব।

## (ঝ) চেতনাৰ সৃষ্টি আৰু বিকাশ সম্পৰ্কে মাৰ্ক্সবাদ আৰু এঙ্গেলছ :

মানুহৰ চেতনাৰ সৃষ্টি আৰু বিকাশৰ প্ৰসঙ্গত বিভিন্ন প্ৰবন্ধ আৰু আলোচনাৰ মাজেদি মাৰ্ক্স আৰু এঙ্গেলছে প্ৰতিপন্ন কৰিছে যে কৰ্মৰত মানুহে সমাজ বান্ধি প্ৰকৃতিৰ বিভিন্ন ক্ষেত্ৰত শ্ৰম কৰাৰ পথতেই অনবৰত লগালগি আৰু মুখামুখি হোৱা প্ৰাকৃতিক বস্তু আৰু প্ৰক্ৰিয়াবোৰৰ বিষয়ে বুজাৰ, লগৰ মানুহবোৰৰ

বিষয়ে বুজাৰ আৰু লগৰ মানুহবোৰক বুজোৱাৰ প্ৰয়োজন আহি পৰে তাৰ ভাৰ মাজেদিয়ে মানুহৰ চেতনাৰ সৃষ্টি হয়। প্ৰথম অৱস্থাত মানুহে প্ৰকৃতিৰ বিভিন্ন প্ৰক্ৰিয়াক যেন ধৰমুণ, ধুমুহা, বজ্ৰপাত আদিক ভয় কৰিবলৈ শিকে, সেইবোৰৰ পৰা সাৱধান হোৱাৰ, আত্মৰক্ষা কৰাৰ প্ৰয়োজন উপলব্ধি কৰিব ধৰে আৰু আনকো বুজাবৰ প্ৰয়োজন হৈ পৰে। এইদৰেই এজনৰ অভিজ্ঞতা আনক বুজোৱাৰ মাজেদি মানুহৰ ভাষা আৰু চেতনাৰ সূত্ৰপাত হয়। কিন্তু প্ৰথম স্তৰত মানুহৰ এই চেতনা অন্য জীৱ-জন্তুবোৰৰ চেতনাতকৈ বিশেষ উন্নত হব পৰা নাছিল। চেতনাৰ বিকাশ সম্পৰ্কত মাৰ্ক্স এঙ্গেলছৰ এটা উদ্ধৃতি ইয়াত দিয়াটো প্ৰাসঙ্গিক হব।

'এই ধৰণৰ ভেৰা-ছাগলীৰ দেখিয়া চেতনা বা জনজাতীয় চেতনায়ে মানৱ সমাজৰ উৎপাদন বৃদ্ধিৰ আৰু প্ৰয়োজন বৃদ্ধিৰ লগে লগে আৰু এই দুয়োটাৰে কাৰণ জনসংখ্যা বৃদ্ধিৰ লগে লগে ক্ৰমান্বয়ে বিকাশ লাভ কৰে আৰু বাঢ়ি আহে। এইবোৰৰ বৃদ্ধিৰ লগে লগে সমাজত শ্ৰমৰ বিভাজনো বাঢ়িব ধৰে। আদিম অৱস্থাত শ্ৰমৰ বিভাজন অকল নাৰী আৰু পুৰুষৰ যৌন সঙ্গমৰ ক্ষেত্ৰত থকা বিভাজনতে সীমাবদ্ধ আছিল; কিন্তু জনসংখ্যা, উৎপাদন আৰু প্ৰয়োজনৰ বৃদ্ধিৰ লগে লগে শাৰীৰিক শক্তি, প্ৰয়োজন আনকি ঘটনা চক্ৰতো শ্ৰমৰ বিভাজন বাঢ়িব ধৰে। শ্ৰমৰ বিভাজনে প্ৰকৃত বিভাজনৰ ৰূপ লয় শাৰীৰিক শ্ৰম আৰু মানসিক শ্ৰমৰ মাজত বিভাজন আহি পৰাতহে। এই বিভাজনৰ পিছৰ পৰাই চেতনাই এনে এটা ৰূপ ধাৰণ কৰিলে, যেন চেতনা আৰু বাস্তৱৰ বস্তু আৰু ঘটনাৰ চেতনা নহয়, কিবা এটা স্বাধীন সত্বা, ই বাস্তৱৰ একোৰেই প্ৰতিনিধিত্ব নকৰে, অথচ প্ৰকৃততে কিবা এটাৰ প্ৰতিনিধিত্বও কৰে। তেতিয়াৰ পৰাই চেতনা বাস্তৱ জগতৰ পৰা মুক্ত হৈ স্বাধীনভাৱে বিচৰণ কৰিব ধৰিলে আৰু স্বাধীনভাৱে তত্ব, আধ্যাত্মিকতা, দৰ্শন, নৈতিকতা আদিৰ সৃষ্টি কৰিব ধৰিলে।'

(জাৰ্মান ইডিওলজী: মাৰ্ক্স আৰু এঙ্গেলছ)

## ১১ঃ সংস্কৃতি মানে কি বুজায়?

### (ক) জ্যোতিপ্ৰসাদ আগৰৱালা:

আমি আগৰ প্ৰবন্ধতে আলোচনা কৰি আহিছো যে মানুহৰ সৌন্দৰ্যবোধ মিশ্ৰিত হৈ গঢ়ি উঠা সমাজৰ ৰীতি-নীতি, ধ্যান-ধাৰণা, ৰুচিবোধ এই আটাই-

বোৰৰ সমষ্টিকে সাধাৰণভাৱে সংস্কৃতি বোলা হয়। এই সম্পৰ্কত আমাৰ খ্যাতনামা সংস্কৃতিবিদ জ্যোতিপ্ৰসাদ আগৰৱালাই লিখি যোৱা কেইআষাৰমান কথাৰ উদ্ধৃতি নিশ্চয় প্ৰাসঙ্গিক হব। সংস্কৃতিৰ সূত্ৰ দিওঁতে তেখেতে কৈছিল, 'পশুৰ পৰা মানুহ বেলেগ তাৰ কৃতিৰ বাবে। আদিম বৰ্বৰতকৈ আজিৰ মানুহ বেলেগ তাৰ সংস্কৃতিৰ বাবে। সাধাৰণতে মানুহে দেহ ধাৰণৰ বাবে আৰু স্বাভাৱিকতে তাৰ ইন্দ্ৰিয়ৰ যোগেদি আনন্দ পাবৰ কাৰণে যি কৰে আৰু তাৰ উৎকৰ্ষণৰ বাবে মানুহৰ যি যত্ন, আমি তাক কৃতি বুলিব পাৰো। এই কৃতিকেই যেতিয়া মানুহে সৌন্দৰ্য সৃষ্টিৰ দৃষ্টিৰে চাই তাত কলা প্ৰয়োগ কৰে তেতিয়াৰ পৰাই সেই কৃতি সংস্কৃতিৰ অন্তৰ্ভূক্ত হয়। সেই কাৰণেই মই কব খোঁজো সংস্কৃতি হৈছে সুন্দৰৰ পূজা। আমাৰ আৱশ্যকতাৰ ফালৰ পৰা আমি এটা বাহ্যান যিমানেই মানসিক উৎকৰ্ষ ঘটুৱাই নকৰো, সি সংস্কৃতি নহয়। তাক সভ্যতা বুলিব পাৰো। কিন্তু যেতিয়াই সেই আৱশ্যকীয় বাহানিত তাক আৱশ্যকতাৰ ফালৰ পৰা গঢ়োতে আমাৰ সৌন্দৰ্য বোধৰ ফালৰ পৰাও তাক প্ৰভাৱ কৰি সেইদৰে ৰূপ দিবলৈ যাওঁ, সি তেতিয়াই সাংস্কৃতিক বস্তু হৈ পৰে। আমি বাস্তৱিক জীৱনৰ সকলো আহিলাতে সৌন্দৰ্য প্ৰয়োগ কৰাৰ লগে লগে আমাৰ মন আৰু হৃদয়ৰ গুণতো সৌন্দৰ্য প্ৰয়োগ কৰো। এই বাহিৰ আৰু ভিতৰ দুয়োৰো উৎকৰ্ষণ আৰু তাত সৌন্দৰ্য প্ৰয়োগ হলেই মানুহৰ সংস্কৃতিৰ পূৰ্ণ ৰূপ প্ৰকাশ পায়।'

"সৌন্দৰ্যৰ স্পৃহায়েই মানুহৰ কেৱল মাত্ৰ জীৱন প্ৰয়াসৰ মধুৰ কৰি তুলিছে। মানুহৰ কাৰণে জীৱনক আনন্দৰ বস্তু কৰি তুলিছে। সেই কাৰণেই মানুহে যাবতীয় জীৱন প্ৰয়াসৰ সকলো মানসিক, দৈহিক আৰু বাস্তৱিক ৰান্ধন-বাঢ়নৰ পৰা থকা-মেলা, পিন্ধা-উৰা, চলন-ফুৰণ, আচাৰ-ব্যৱহাৰ আৰু জীৱন-দৃষ্টিতো সৌন্দৰ্য প্ৰয়োগ কৰিবলৈ যত্ন কৰে। বাহিৰে ভিতৰে এই সৌন্দৰ্য প্ৰয়োগেই সংস্কৃতি।"

( নতুনৰ পূজা—জ্যোতিপ্ৰসাদ আগৰৱালা। পৃঃ ৬৩-৬৪ জ্যোতিধাৰা )

"মানৱ সংস্কৃতিয়ে তাৰ বিকাশ বিচাৰোতে উচ্চতা, বিচাৰ আৰু প্ৰসাৰতা বিচাৰে। তাৰ মানে তাৰ থিয় গতি (vertical) আৰু বহল গতি (horizontal) হয়। সংস্কৃতিক যদি এটা ত্ৰিভূজ আকাৰত লোৱা যায় তেন্তে দেখা যায় যে সি ওপৰলৈ যিমানে উঠিব সি সেই ওপৰলৈ উঠাৰ অনুপাতে তাৰ ভৰিটো বহলাব লাগিব, তেতিয়াহে সি এটা শক্তিশালী গাঁথনি হিচাপে থিতিব পাৰিব। স্থাপত্যতো সেই একে

কথা খাটে। মানৱ সংস্কৃতিৰ উচ্চতা বিকাশ হয় মানৱ মনীষা, প্ৰতিভা-কল্পনা, মেধা বুদ্ধি থকা মনটোৰ মাজেদি আৰু তাৰ ব্যাপকতা বিকাশ হয় জনতাৰ মাজত আৰু গভীৰতা বাস্তৱ সম্পদিক সৃষ্টিত।"

( শিল্পীৰ পৃথিৱী : জ্যোতিধাৰা, পৃঃ ৩৬-৩৭ )

জ্যোতিপ্ৰসাদে সংস্কৃতিৰ ব্যাখ্যা দি আকৌ এঠাইত কৈছে : সংস্কৃতি হৈছে জীৱনত সৌন্দৰ্যৰ সুপ্ৰয়োগ। সৌন্দৰ্য পূজাৰি মানুহটোৱে সাংস্কৃতিক উন্নতিৰ খোপে খোপে উঠি আহি জীৱনৰ সকলো ক্ষেত্ৰতেই সৌন্দৰ্য নমাবলৈ চেষ্টা কৰিছে। মানুহৰ আধ্যাত্মিক জগতলৈ সৌন্দৰ্য নমাবলৈ সি হৈছে দাৰ্শনিক। মানুহৰ সমাজলৈ সৌন্দৰ্য নমাবলৈ সি ধৰ্ম সৃষ্টি কৰিছে। দৈহিক সৌন্দৰ্য সৃষ্টি কৰিবলৈ তাৰ ব্যায়াম প্ৰসাধন। পান ভোজনত সৌন্দৰ্য সৃষ্টি কৰিবলৈ ৰন্ধন কলা। মানুহৰ সমাজত থি অৰ্থনৈতিক অসামঞ্জস্যতাই সমাজৰ এভাগত সাংস্কৃতিক জীৱনৰ পৰা বঞ্চিত কৰি আপচুকৈ থৈছে, অসুন্দৰ কৰি থৈছে সেই ভাগতো সৌন্দৰ্য নমাবলৈ মানুহৰ নৱতম সামাজিক ক্ষেত্ৰত সৌন্দৰ্য প্ৰয়াস হৈছে সাম্যবাদ। মানুহৰ এই শাসন ৰাজতন্ত্ৰ ৰূপে, ৰাজকতন্ত্ৰ ৰূপে, আমোলাতন্ত্ৰ ৰূপে জনসমাজক সমূহীয়াকৈ সেই অভিলাষিত সাংস্কৃতিক স্তৰলৈ নিবলৈ অকৃতকাৰ্য হোৱাত আজি গণতন্ত্ৰ বা জনতন্ত্ৰৰ কথা জনগণে ভাবিছে আৰু বিপ্লৱৰ যোগেদি তাক দিঠকলৈ অনাৰ চেষ্টা কৰিছে।"

( পোহৰলৈ : জ্যোতিধাৰা, পৃঃ ৭৬ )

"সমাজক প্ৰকৃত সাংস্কৃতিক জীৱন বিকাশ কৰিবলৈ দিবলৈ হলে সেই সমাজৰ ভিতৰত থকা সংস্কৃতি-বিৰোধী সকলো কথাৰ সমাধান হব লাগিব। মানুহৰ স্বাৰ্থপৰতা, লোভ, সংকীৰ্ণতা আৰু ক্ষমতা লিপ্সতাৰ পৰা উদ্ভব হোৱা মানৱ সমাজৰ নানা গোন্ধ আঁতৰ কৰিব লাগিব। এইবোৰকেই আঁতৰ কৰিবলৈ মানুহৰ প্ৰতিবোধ আৰু সংঘাতমূলক অভিযানেই হৈছে বিপ্লৱ। সংস্কৃতিৰ ভ্ৰষ্টতা বোধ কৰিবলৈ আৰু ভ্ৰষ্টতাৰ পৰা হোৱা কু-সংস্কাৰক ধ্বংস কৰি নতুন সংস্কৃতি গঢ়িবৰ বাবে বিপ্লৱ অনিবাৰ্য হৈ পৰে। মনৰ মাজেদি বিপ্লৱে ক্ৰিয়া কৰি বাহিৰৰ সংঘাতলৈ ওলাই যায়। তেতিয়াই হয় ৰাষ্ট্ৰ বিপ্লৱ, সমাজ বিপ্লৱ।"

( পোহৰলৈ : জ্যোতিধাৰা পৃঃ ৭৩ )

জ্যোতিপ্ৰসাদে সংস্কৃতিৰ ব্যাখ্যা কৰোঁতে বিভিন্ন প্ৰবন্ধত সংস্কৃতিৰ বিভিন্ন দিশৰ বিশদভাৱে আলোচনা কৰিছে। তেখেতে মানুহৰ ব্যৱহাৰিক জীৱন, বাস্তৱ জীৱন আৰু মানুহৰ মন সকলোতে সৌন্দৰ্য প্ৰয়োগ কৰাৰ মাজেদিহে প্ৰকৃত সংস্কৃতি গঢ়ি উঠিব পাৰে আৰু মানৱ সমাজ আৰু মানৱ জীৱন সুখী, আনন্দময় হ'ব পাৰে বুলি কৈছে। এই সুখী জীৱন আৰু সুখী সমাজ গঢ়ি তোলাৰ কাৰণে সমাজত আৰু মানুহৰ মনত যে বিপ্লৱ অপৰিহাৰ্যতাকো তেখেতে বিভিন্ন যুক্তি সহকাৰে বুজোৱাৰ চেষ্টা কৰিছে। সংস্কৃতিৰ বিকাশ যে দুষ্কৃতিৰ লগত সংগ্ৰামৰ মাজেদিহে সম্ভৱপৰ তাকো জ্যোতিপ্ৰসাদে বিভিন্ন ধৰণে ব্যাখ্যা কৰি গৈছে। ভাৰতীয় সংস্কৃতি আৰু অসমীয়া সংস্কৃতিৰ অৰ্থ কি, সি কেনে ধৰণে বিকাশ লাভ কৰি আছে, সমগ্ৰ মানৱ জাতিৰ সংস্কৃতি যে মৌলিকভাৱে একেই সংস্কৃতি, সি যে 'সত' অৱলম্বন কৰিয়ে গঢ়ি উঠে, সমগ্ৰ মানৱ জাতিৰ ইতিহাস যে বাস্তৱ অৰ্থত মানুহৰ সংস্কৃতিৰে অভিযান অৰ্থাৎ মানৱ সমাজ আৰু মানৱ জীৱন সুন্দৰ আৰু সুখী কৰাৰে অভিযান আৰু এই অভিযান যে সমাজত সকলো যুগতে সকলো মানুহেই দুষ্কৃতিৰ বিৰুদ্ধে সংগ্ৰাম কৰিয়ে চলাই আছে এইবোৰেই হ'ল জ্যোতিপ্ৰসাদৰ অভিমত। সংস্কৃতিৰ এনে ধৰণৰ সৰ্বাত্মক সূত্ৰ আৰু ব্যাখ্যা অকল অসমৰে নহয় সমগ্ৰ পৃথিৱীৰে কোনো সংস্কৃতিবিদৰ লেখাত ফুটি ওলাইছে নে নাই সন্দেহ। জ্যোতিপ্ৰসাদৰ লেখাৰ পৰা আৰু কেইটামান উদ্ধৃতি দিলে তেখেতৰ অভিমতখিনি বুজি পোৱাত নিশ্চয় সহায়ক হ'ব।

'যি কথাই, যি কামে যি চিন্তাই, যি প্ৰয়াসে যি প্ৰচেষ্টাই মানুহক আৰু মানুহৰ বাস্তৱ জীৱনক সুন্দৰ আৰু মহান কৰে, মানুহৰ বৰ্বৰ প্ৰকৃতিৰ পৰা মানুহক তাৰ আদিম পৰিৱেশৰ পৰা ওপৰলৈ তুলি নি মানুহক দিব্য প্ৰকৃতি দিয়ে, এই বাস্তৱ জীৱন ধুনীয়া কৰি, মনোময় কৰি, মানুহক মানুহ জীৱনৰ সুখ শান্তি আৰু আনন্দ পাবলৈ যোগান ধৰি, আনন্দৰ পৰা আনন্দলৈ লৈ যায় সিয়েই হৈছে সংস্কৃতি। মানুহৰ সেই কথাই, সেই কামেই, সেই চিন্তা, সেই জীৱনৰ সকলো বিভাগৰ প্ৰচেষ্টা আৰু প্ৰয়াসেই হৈছে সংস্কৃতি। মানৱ জীৱনৰ সংঘাত বিঘাতৰ সাৰথি হৈছে সংস্কৃতি। আনফালে যিবোৰ কথাই, কামে, চিন্তাই, প্ৰয়াসে আৰু প্ৰচেষ্টাই মানুহক তলৰ খাপলৈ নমাই নি মানুহৰ জীৱনক দুঃখময়, ব্যাধিময়, দুৰ্নীতিময় কৰি নিৰানন্দময় কৰি তোলে, মানুহক মানুহ গুচাই পিশাচ কৰে, অসুৰ কৰে—সিয়েই দুষ্কৃতি।

আমি আদি যুগৰ পৰাই এই পৃথিৱীত সংস্কৃতি আৰু দুষ্কৃতিৰ চিৰন্তন সংঘৰ্ষ

দেখি আহিছো। পৃথিৱীৰ সকলো দেশতেই, সকলো যুগতেই এই সংঘাত।'

'সংস্কৃতি মাথোন কৰিৰ কবিতা, ছান্দিকৰ লীলায়িত ৰঞ্জনজনাই যোৱা ঝঙ্কৃত ছন্দ, কাব্যিক সাহিত্যিকৰ কাব্য সাহিত্য, শিল্পীৰ মনো মোহা আলেখ্য, কাল থিজয়ী স্থাপত্য ভাস্কর্য, সঙ্গীত বিশাৰদৰ সুৰ, লয়, তাল, মান, নৃত্য কুশলীৰ অভিনব অঙ্গী-ভঙ্গী, ৰূপ-ৰস, গন্ধ-বৰ্ণ আৰু গানৰ মন ভুলোৱা জোনাকী মেলাই নিশ্চয় নহয়। ই সংস্কৃতিৰ মাথোন সুকুমাৰ এটা প্ৰকাশহে। মানৱ জীৱনৰ ঘোৰ বাস্তৱৰ মাজতেই হে সংস্কৃতিৰ পূৰ্ণ ৰূপ বিকশিত হৈ উঠে। এই মানৱ জীৱনত বাস্তৱিক, মানসিক আধ্যাত্মিক পূৰ্ণানন্দ পাবৰ কাৰণে মানুহে জীৱনৰ প্ৰত্যেক বিভাগতেই যি কৰে সিয়েই সংস্কৃতিৰ ভিতৰত পৰে।

( আইদেউৰ জোনাকী বাট ঃ জ্যোতিধাৰা পৃঃ ৮৩-৮৪ )

'বাহিৰখন সুন্দৰ কৰাটো হ'ল বহিঃসংস্কৃতি আৰু মানুহৰ মন আৰু হৃদয় সুন্দৰ কৰাটো হ'ল অন্তৰ সংস্কৃতি। এই প্ৰত্যেকেই পূৰ্ণ সংস্কৃতিৰ আধা ভাগহে। মানুহটো সম্পূৰ্ণ সাংস্কৃতিক জীৱ হৈ প্ৰকাশ পাবলৈ হলে এই ভিতৰ বাহিৰ দুয়োটাকেই বিকাশ কৰিব লাগিব। নহলে সেই ব্যক্তিজনৰ বা সমাজৰ সংস্কৃতি অসম্পূৰ্ণ।'

'সেই কাৰণে কব খোজো যে আজিৰ পৃথিৱীত যদিও বৈজ্ঞানিক উন্নতিয়ে হিমালয় শিখা চোও চোও কৰিছে অৰ্থাৎ থকা-মেলা, খোৱা-পিন্ধা, ফুৰা-চকা অৱশ্যে আংশিকৰহে) কিন্তু মানুহৰ উচ্চ বাস্তৱিক সংস্কৃতিৰ স্তৰলৈ গৈছে তথাপিও মানুহ অন্তৰ সংস্কৃতিৰ ফালৰ পৰা পশুতকৈ বৰ ওপৰলৈ উধাব পৰা নাই। ব্যক্তি জীৱনত কিছু উধাইছে যদিও আন্তৰ্জাতিক ক্ষেত্ৰত এতিয়াও বনৰীয়া প্ৰকৃতি জাতিবোৰে এৰিব পৰা নাই। আজি পৃথিৱীত অশান্তিৰ মূল কাৰণ হৈছে অন্তৰ সংস্কৃতিৰ শোকলগা অৱস্থা। যি সমাজত বা দেশত অন্তৰ সংস্কৃতিৰ পূৰ্ণ বিকাশ, সেই সমাজত এদলে এদলক শোষণ নকৰে, এদলে বিলাসিতাত উটি বুৰি ফুৰি আন লক্ষ লক্ষক খাবলৈ নাপাই শুকাই-খীনাই মৰিবলৈ এৰি দিব নোৱাৰে। এদলে সমাজৰ ওখ আসনত বহি আন লক্ষজনক বোকাত পেলাই থৈ ৰং নাচায়। য'ত অন্তৰলৈ সুন্দৰ নামিছে তাত দেশৰ এভাগত ধুনীয়া ফুলনি আৰু আনফালে ভগা উৰুঁলি যোৱা উকথা পঁজাত আধা পেটীয়া মাকে বুকুৰ মাজত সোমাই পেটৰ পোৱালিক ৰাখিব নালাগে।'

( আইদেউৰ জোনাকী বাটঃ জ্যোতিধাৰা পৃঃ ৮৬ )

'সংস্কৃতিয়ে প্ৰধানতঃ যুঁজিব লগীয়া হয় দুষ্কৃতিৰে। মানৱ প্ৰকৃতিৰ পাশৱিক আৰু পৈশাচিক ভাগটোৰ বৰ্ব্বৰতেই এই দুষ্কৃতি থাকে। সংস্কৃতিৰ আৰু এক শত্ৰু হৈছে মানৱ মনৰ ভ্ৰান্তি। অসম্পূৰ্ণ জ্ঞান আৰু সত্যৰ বিভ্ৰান্ত উপলব্ধিয়ে সংস্কৃতিৰ এটা বিকৃতি সৃষ্টি কৰে। এই বিকৃতি আৰু দুষ্কৃতিৰ পৰা যিদিনাই মানুহে তাৰ জ্ঞানৰ প্ৰভাৱেৰে মুক্তি পাব সেই দিনাহে সংস্কৃতিৰ স্বৰ্গ ৰাজ্য শিল্পীৰ পৃথিবী ৰচিব হব এই ঘোৰ সংসাৰত। দুষ্কৃতি আৰু বিকৃতি বিজয়ৰ কাৰণে মানুহৰ অমোঘ অস্ত্ৰ হৈছে পূৰ্ণ জ্ঞান। জ্ঞান সত্যৰ ওপৰত প্ৰতিষ্ঠিত। সেই কাৰণেই সংস্কৃতিৰ সোণৰ মন্দিৰৰ বৰ ভেটি সত্য। ইয়াৰ বাবেই আদি যুগৰ পৰা মানৱ সংস্কৃতিৰ স্ৰষ্টাসকল সত্য বিচাৰি বিয়াকুল।'

"মানৱৰ গোটেই জীৱন বিকাশকেই যেতিয়া মই সংস্কৃতিৰ অভিধান বুলিছো, তেতিয়া বোধকৰো মই কিয় শিল্পী হৈ সংস্কৃতিৰ প্ৰসঙ্গত ৰাজনীতি, সমাজনীতি, ধৰ্মনীতি, অৰ্থনীতি, দৰ্শন, বিজ্ঞান আৰু সুকুমাৰ কলাৰ কথা একেলগে সামৰি কওঁ বুজিব পাৰিছে। আচলতে মানুহৰ জীৱনটো এটা অবিভাজ্য গোট। অৱশ্যে কামৰ, চিন্তাৰ সুবিধাৰ কাৰণে আমি ভগাই লওঁ। জীৱনৰ এই ঐক্য আমি উপলব্ধি কৰিবলৈ যত্ন কৰা উচিত।"

(আইদেউৰ জোনাকী বাট : জ্যোতিধাৰা পৃঃ ৯০)

অসমৰ, অসমীয়া জাতিৰ, অসমীয়া ভাষা কৃষ্টিৰ বিকাশৰ পথত যিবোৰ বিশেষ বিশেষ সমস্যা আছে, সেইবোৰেও জ্যোতিপ্ৰসাদৰ মনত যথেষ্ট চিন্তাৰ উদ্ৰেক কৰিছিল। এই সম্পৰ্কতো তেওঁৰ লেখাৰ পৰা দুই এটা উদ্ধৃতি নিশ্চয় প্ৰাসঙ্গিক হব।

তেওঁ এঠাইত কৈছে "অসমৰ বুৰঞ্জীয়ে দেখুৱাইছে যে অসমীয়া জাতিটো ভাৰতৰ আন আন প্ৰদেশৰ পৰা অহা নানা ভাৰতবাসী মানুহৰ সোঁত আৰু অসমৰ থলুৱা মানুহৰ নানা উপজাতি লগ লাগি এই বৰ্ত্তমানৰ এই অসমীয়া জাতি হৈছে। অসমীয়া জাতি এটা সংমিশ্ৰণৰ পৰা হোৱা জাতি। সেই কাৰণেই আমি চেষ্টা কৰি সেই সংমিশ্ৰিত অসমীয়া জাতিটোৰ কলেবৰ বৰ্ত্তমান অহা আন আন জাতিৰ মানুহক লীণ নিয়াই বঢ়াব পাৰো। ই বুৰঞ্জীসিদ্ধ।"

"এই সকলোকে অসমীয়া কৰিবলৈ আৰু তেওঁলোকক আমাৰ কৃষ্টিৰ প্ৰভাৱেৰে প্ৰভাৱান্বিত কৰিবলৈ হলে উপায় হৈছে সামাজিক সম্বন্ধ স্থাপন—ললিতকলা, শিল্প,

সাহিত্য, স্থাপত্য আৰু সংস্কৃতিৰ পোহৰেৰে তেওঁলোকক আমাৰ ভাষা কৃষ্টিলৈ আকৰ্ষণ কৰি অনাটো। এই অভ্যাগত সকলৰ মাজত আমাৰ কৃষ্টি প্ৰচাৰৰ বাহিৰে আন কাৰ্যকৰী উপায় নাই।"

( নতুন দিনৰ কৃষ্টি : জ্যোতিধাৰা, পৃঃ ৬১ )

"বঙ্গৰ নবাগত, উত্তৰ ভাৰতৰ হিন্দুস্থানী, মাৰোৱাৰী, শিখ, নেপালী, দক্ষিণ ভাৰত আৰু মধ্য ভাৰতৰো অসংখ্য লোক আহি নিগাজিকৈ অসম দেশত বহিছেহি। তাৰ উপৰিও আমাৰ চাৰিওফালে আৰু আমাৰ মাজতো উপ-ভাষাভাষী পৰ্বতীয়া অসমীয়াসকলৰ নিজৰ নিজৰ বিচিত্ৰ সংস্কৃতিৰে জকমকাই আছে। আজি আমি এই সকলোকে নিজৰ মাতৃভাষা, দোৱান, সংস্কৃতি এৰি আমাৰ মহাপুৰুষীয়া সংস্কৃতি—যাক আমি অসমীয়াইও ৰূপান্তৰিত কৰিব খুজিছো, সেই পুৰণি সংস্কৃতিলৈ নিজৰবোৰ এৰিব কোৱাটো মহাপুৰুষ শঙ্কৰদেৱৰ সমন্বয় নীতিৰ ফালৰ পৰাও অসঙ্গত।"

"নতুনৰ পোহৰত আমাৰো পুৰণি সংস্কৃতিৰ কিছু এৰিব লাগিব, সেইদৰে আনসকলেও এৰিব লাগিব তেওঁলোকৰ লগত লৈ অহা পুৰণি সংস্কৃতি। এই পূৰ্বভাৰতীয় সমন্বয়, আন কথাত অসমীয়া সংস্কৃতিৰ নৱপ্ৰকাশ আমি ৰচনা কৰিব লাগিব।"

( নতুনৰ পূজা : জ্যোতিধাৰা, পৃঃ ৭১ )

ওপৰত দিয়া জ্যোতিপ্ৰসাদৰ উদ্ধৃতি কেইটাৰ মাজেদিয়ে সংস্কৃতিৰ সূত্ৰ, ব্যাখ্যা, অসমীয়া সংস্কৃতিৰ বিশেষ সমস্যা আদি মূল মূল কথাখিনিৰ সম্পৰ্কত তেখেতৰ অভিমত স্পষ্ট হৈ ওলাই পৰিছে। সমাজৰ বিকাশ আৰু সংস্কৃতিৰ বিকাশৰ মাজত থকা পাৰস্পৰিক অবিচ্ছেদ্য সম্পৰ্কটোও তেখেতে অতি সম্যকভাৱে উপলব্ধি কৰিছিল। সমাজ, সংস্কৃতি দুয়োটাৰে বিকাশ যে দুটা পৰস্পৰ-বিৰোধী শক্তিৰ সংঘাতৰ মাজেদিহে হৈ আছে আৰু হৈ থাকিব সেই সম্পৰ্কত তেখেতৰ উপলব্ধি নিশ্চয় বিজ্ঞানসন্মত। বৰ্ত্তমান সমাজত সংস্কৃতিৰ উপাসক শিল্পী, সাহিত্যিকসকলৰ কৰ্ত্তব্য সম্পৰ্কেও তেখেতে অতি স্পষ্ট ভাষাত তেখেতৰ অভিমত দাঙি ধৰিছে। তেখেতে কৈছে : "শিল্পী, সাহিত্যিক, কবি, দাৰ্শনিক হৈ আজি দেশক এই সাংস্কৃতিক ভ্ৰষ্টভাব পৰা উদ্ধাৰ কৰিবলৈ যি নিজৰ কৰ্ত্তব্যৰ প্ৰতি আওহেলা কৰিব, নিজৰ বাইজৰ প্ৰতি কৰ্ত্তব্য উপলব্ধি নকৰি মাথোন পলাতকৰ মনোবৃত্তিৰে সমাজৰ দেহৰ জীৱনৰ বেমেজালিৰ পৰা আঁতৰি সপোনৰ মায়াজালৰ কুললি

চৰাতেই থাকিম খুজিছ, সেইসকল নিশ্চয়েই আজি বিপদৰ সময়ত দেশৰ প্ৰতি কৰ্ত্তব্য পালন নকৰাৰ দোষত পৰিবই লাগিব।"

( পোহৰলৈ : জ্যোতিধাৰা, পৃঃ ৮০ )

(খ) স্বৰ্গীয় নাৰায়ণদেৱ মিশ্ৰ :

এতিয়া আমি সংস্কৃতি সম্পৰ্কত স্বৰ্গীয় নাৰায়ণদেৱ মিশ্ৰৰ্ পৰা দুই এটা উদ্ধৃতি দি তেখেতৰ অভিমতখিনি আলোচনা কৰি চাওঁ। "সঙ্গীত কাক সংস্কৃতি" নামে তেখেতে লিখা প্ৰবন্ধত কৈছে : মানৱসকলৰ শ্ৰেষ্ঠতা প্ৰতিপাদক গুণবোৰৰ ভিতৰত সংস্কৃতি বা কৃষ্টিৰ স্থান অতি উচ্চত। সঙ্গীত আদি গুণবোৰ ইয়াৰ অন্তৰ্গত। সংস্কৃতিৰে আকৌ সাহিত্য, দৰ্শন, কলা আদি বহুতো ভাগ দেখা যায়।"

"সৰ্বপ্ৰকাৰৰ মানসিক উৎকৰ্ষ সাধনেই কৃষ্টিৰ অন্তৰ্গত। উত্তমৰূপে কৰ্ষণ কৰা উৰ্বৰভূমিত যেনেকৈ সুন্দৰ শস্য উৎপন্ন হয়, তেনেকৈ কৃষ্টিৰ দ্বাৰাই শিষ্ট-সকলৰ মনত সত্তাৰ, সৎচিন্তা আৰু সৎপ্ৰবৃত্তিবোৰৰ উদয় হয়। কৃষ্টিয়ে সাধুসকলৰ মনোবৃত্তি উদাৰ আৰু সকলো প্ৰাণীৰে প্ৰতি সহানুভূতিশীল কৰে। এই বাবেই সৰ্বভূতত্তে তেওঁলোকৰ দয়া ওপজে। কৃষ্টিয়ে মানুহক নীতিপৰায়ণ আৰু আত্ম-নিৰ্ভৰশীল কৰে আৰু তেওঁলোকৰ মনত শান্তি দিয়ে। সাত্বিক আহাৰে যেনেকৈ আয়ু, সত্বা, বল, আৰোগ্য, সুখ, প্ৰীতি আদি বৰ্দ্ধন কৰি শৰীৰকো পুষ্ট আৰু বৰ্দ্ধিত কৰে, তেনেকৈ কৃষ্টিয়েও সাধুসকলৰ মন শৌৰ্য, ধৈৰ্য, ঔদাৰ্য, দয়া, ক্ষমা, ন্যায়, বিদ্যা, বিনয়, বদান্যতা আদি উত্তম গুণবিলাকেৰে শোভিত কৰি তোলে। তাৰ উপৰিও এনেকুৱা কৃষ্টিয়ে বিশ্বৰ সকলো প্ৰাণীৰে সৈতে আমাৰ প্ৰেম সম্বন্ধ সংস্থাপন কৰে। প্ৰকৃত সংস্কৃতি বা কৃষ্টিয়ে মানুহক ব্যাপক দৃষ্টিভঙ্গী, অসাম্প্ৰদায়িক ভাব, যুক্তিত গঢ়া জীৱন, মানসিক শান্তি, আত্মাশ্ৰয়, নৈতিক বল, প্ৰকৃত সৌন্দৰ্য্যজ্ঞান জাগতিক লাভ অলাভত নিৰপেক্ষতা, মনৰ দৃঢ়তা, অন্য ধৰ্মাদিৰ প্ৰতি সহনশীলতা আদি মহৎ গুণবিলাক দান কৰে।"

( সাহিত্য আৰু সংস্কৃতি : অসম সাহিত্য সভা, পৃঃ ১১৬ )

স্বৰ্গীয় নাৰায়ণদেৱ মিশ্ৰই দিয়া সংস্কৃতিৰ পৰোক্ষ সূত্ৰই বা স্বৰূপে স্বৰ্গীয় জ্যোতিপ্ৰসাদ আগৰৱালাই ব্যাখ্যা কৰা অকল অন্তৰ সংস্কৃতিৰ ভাগটোহে সামৰি লোৱা যেন লাগে। তেখেতে দিয়া ব্যাখ্যাৰ পৰা সংস্কৃতিৰ কায় অকল মানসিক

উৎকৰ্ষতা সাধন কৰা, বাস্তৱিক জীৱনৰ কাৰণে সম্পদ সৃষ্টি কৰাটোক কৃষ্টিৰ ভিতৰত সামৰি লোৱা নাই। কিন্তু মানসিক উৎকৰ্ষতা সাধনৰ ক্ষেত্ৰত সংস্কৃতিয়ে যি ধৰণে উৎকৰ্ষতা সাধন কৰিব পাৰে সেইবোৰ অৱশ্যে তেখেতৰ ব্যাখ্যাত সোমাই পৰিছে।

## (গ) স্বৰ্গীয় অম্বিকাগিৰি ৰায়চৌধুৰী *

অসমৰ সংস্কৃতিবিদসকলৰ ভিতৰত সংস্কৃতিৰ সংজ্ঞা দিবলৈ আৰু ব্যাখ্যা কৰিবলৈ প্ৰয়াস কৰাসকলৰ ভিতৰত আন এজন সংস্কৃতিবিদ আছিল স্বৰ্গীয় অম্বিকাগিৰি ৰায়চৌধুৰী। তেখেতে কৈছিল: 'সৌন্দৰ্যবোধটোক সাৰ্থকতা দি মানবাত্মাৰ বিশ্বাভিমুখী গতিটোৱে যি ৰূপ সৃষ্টিৰ অবিৰাম ৰেখা চলাই লৈ যায় সেয়ে মানৱৰ সংস্কৃতি।'

"মানৱৰ সেই আদিম অৱস্থাৰ পৰাই বিচিত্ৰ পৰিৱৰ্ত্তনৰ ভিতৰেদি ভৌগোলিক পৰিবেষ্টনৰ কোনো ঠাই এডোখৰ লোকসমষ্টি এটাৰ পাৰস্পৰিক স্বাৰ্থসংঘাতী মনোৰাজ্যত শান্তিপ্ৰয়াসী পৰিৱৰ্ত্তন আৰু পৰিপুষ্টিৰ সংযোগ ৰক্ষা কৰি, যোগ বিয়োগ, দিয়া-লোৱাৰ স্বাভাৱিক পদ্ধতিৰে তাত সংস্কাৰৰ আয়োজন চলিল,—তাৰ পাছত সি সেই ঠাইডোখৰৰ গোটেইটো জনসমষ্টিৰ ভিতৰতে সমানে পৰিব্যাপ্ত হৈ পৰিল। এইদৰে যুগে যুগে আদান-প্ৰদানৰ কৰ্মস্থলীত যোগ-বিয়োগ, পূৰণ-হৰণৰ ভিতৰেদি সংস্কৃতি হৈ শান্তি শৃংখলাৰ আনন্দক স্থায়িত্ব দি যি এটা সৌন্দৰ্যবোধৰ সমষ্টিগত সামাজিকতা গঢ়ি উঠিল, সেয়ে সেই ঠাইডোখৰৰ লোক সমষ্টিৰ সংস্কৃতি হ'ল।'

"এইদৰে বিশিষ্ট সামাজিক জীৱনত সংস্কৃতিয়ে যেতিয়া এটা স্থিৰতা পালে তেতিয়া সি তাতেই সন্তুষ্ট নাথাকি বিশ্বাত্মাৰ সৌন্দৰ্য লাভৰ হাবিলাস লৈ ক্ষিপ্ৰ ব্যস্তভাৱে আত্মপ্ৰকাশৰ বাবে আকুল হৈ উঠিল, আৰু সকলো ক্ষেত্ৰতে, সৌন্দৰ্য্যৰ পোহৰত নিজক উপলব্ধি কৰিবলৈ বিচাৰিলে। আত্মপ্ৰকাশক ৰূপায়িত কৰা এই আকুলতাটোৱেই সাংস্কৃতিক শিল্পকলাৰ জন্মকোষ। এই আকুলতাটোৱেই মানৱাত্মাত বিশ্বৰূপ প্ৰতিভাতী ইচ্ছাটোক স্থায়িত্ব দিবলৈকে সামাজিক ৰীতি-নীতি, চলন-ফুৰণ, ভঙ্গী-ভাষণ, খাৱন-দাৱন, উঠন-বহন, পিন্ধন-উৰণ, আচাৰ-ব্যৱহাৰ, গীত-নৃত্য-বাদ্য, ভাস্কৰ্য স্থাপত্য, চিত্ৰকলা, শ্ৰমশিল্প আদি সকলোতে কলা-সৌন্দৰ্য্যৰ ৰেখাপাত কৰি নিজৰ ভঙ্গিমাৰে আত্মপ্ৰকাশৰ সীমাহীন বাটত আগবাঢ়ে। এয়ে সজীৱ বিশিষ্ট জন-সমষ্টিৰ সতেজ সংস্কৃতি।'

('আকোৱালি লোৱা সাংস্কৃতিক অভিমান' নামৰ প্ৰবন্ধৰ পৰা উদ্ধৃত)

(ঘ) শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী :

সংস্কৃতিৰ সম্পৰ্কত আলোচনা কৰা আন এজন অসমীয়া সংস্কৃতিবিদ হ'ল শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী। 'ভাৰতীয় সভ্যতা আৰু সংস্কৃতি' নামৰ কিতাপখনত সংস্কৃতিৰ সূত্ৰ আৰু ব্যাখ্যা দিওঁতে তেখেতে কৈছে—

'বিশ্লেষণ কৰি চালে দেখা যায় সংস্কৃতি শব্দহে বেছি অৰ্থবাচক আৰু কালচাৰ শব্দৰ সম্পূৰ্ণ ভাৱ ইহে প্ৰকাশ কৰিব পাৰে। কৃষ্টি আৰু সংস্কৃতিৰ ভিতৰত এটা সূক্ষ্ম পাৰ্থক্য আছে। কৃষ্টি হ'ল এটা জাতিয়ে কৰা সকলো কামৰে সমষ্টি আৰু সংস্কৃতি হ'ল সেই জাতিৰ চিন্তা, কল্পনা আৰু কামৰ শ্ৰেষ্ঠ অংশখিনি। ইয়াৰ প্ৰভাৱ জাতিৰ মনত থাকি যায়। সেই প্ৰভাৱে জাতিৰ জাতীয় আদৰ্শ গঢ় দিয়ে, কামত অনুপ্ৰেৰণা যোগায়।" তেখেতে আকৌ কৈছে— "গতিকে সংস্কৃতিৰ বিষয়ে এনেকৈ কলে একপ্ৰকাৰ স্বৰূপ কোৱা হয় : প্ৰকৃতিৰ প্ৰেৰণা থাকিলেও যিবিলাক কাৰ্য কেৱল প্ৰাকৃতিক নিয়মত হোৱা নাই, মানুহে নিজৰ শৰীৰ আৰু মনৰ বিকাশৰ বাবে সমাজৰ কল্যাণৰ অৰ্থে সৃষ্টি কৰিছে আৰু মানি লৈছে আৰু লগে লগে তাৰ বিকাশ সাধন কৰিছে সেয়ে হ'ল সংস্কৃতি।"

সংস্কৃতি কেনেকৈ গঢ়ি উঠে, সংস্কৃতিয়ে কেনেকৈ জাতিৰ জীৱনক আগুৱাই নিয়ে, সেই বিষয়ে আলোচনা কৰোতে শ্ৰীশাস্ত্ৰীদেৱে কৈছে— "কোনো সংস্কৃতিয়েই দহ-বিশ বছৰ বা চল্লিশ-পঞ্চাশ বছৰত গঢ় লোৱা নাই, লব নোৱাৰে। এটা জাতিৰ বা এটা লোক গোষ্ঠীৰ শ শ বছৰ জুৰি চলা আচাৰ-ব্যৱহাৰ, ৰীতি-নীতি, খোৱা-বোৱা, প্ৰেম-প্ৰীতি, মৰম স্নেহ, হিংসা-বিদ্বেষ, হাঁহি-কান্দোনৰ মাজেদি সংস্কৃতিয়ে গঢ় লয়; অৱশ্যে গাইগুটীয়াকৈ এই বিলাকৰ কোনো এটাই সংস্কৃতি নহয়। আচলতে সংস্কৃতি হ'ল জীৱন যাত্ৰাৰ আদৰ্শ আৰু পথ। সেই আদৰ্শ সমাজৰ প্ৰত্যেক কৰ্ম প্ৰচেষ্টাৰ লগত ওতঃপ্ৰোতভাৱে বৈ থাকে।" সভ্যতা আৰু সংস্কৃতিৰ পাৰ্থক্যৰ ব্যাখ্যা কৰি তেখেতে কৈছে— "যাইকৈ দৈহিক সুখ-সুবিধাৰ প্ৰয়োজনত সভ্যতাৰ পাতনি আৰু মানসিক উন্নতিৰ প্ৰয়োজনত সংস্কৃতিৰ বিকাশ— এইদৰে কলেই সভ্যতা আৰু সংস্কৃতিৰ বিষয়ে চমুকৈ কোৱা হয়।"

( আটাইকেইটা উদ্ধৃতিয়ে "ভাৰতীয় সভ্যতা আৰু সংস্কৃতি" নামক কিতাপৰ পৰা দিয়া। )

সংস্কৃতিৰ সংজ্ঞা আৰু ব্যাখ্যা সম্পৰ্কত আমি চাৰি গৰাকী অসমীয়া সংস্কৃতিবিদৰ লেখাৰ উদ্ধৃতি কেইটামানেৰে তেওঁলোকৰ মতামত দাঙি ধৰিছো। সংস্কৃতিয়ে মানৱ জীৱনৰ উৎকৰ্ষতা সাধনৰ কাৰণে মানুহৰ সকলো কৰ্মতে সৌন্দৰ্য প্ৰয়োগ

কৰাৰ মাজেদি গঢ়ি উঠা ৰীতি-নীতি, ধ্যান-ধাৰণা, আচাৰ-ব্যৱহাৰ সকলোকে সামৰি লয়। সঙ্গীত, সাহিত্য, চিত্ৰকলা ইত্যাদি যেনেকৈ সংস্কৃতিৰ অন্তৰ্গত, মানুহৰ জীৱন ধাৰণৰ কাৰণে বাস্তৱিক সম্পদসমূহ উৎপাদন কৰা আৰু বিতৰণ কৰাৰ পদ্ধতিসমূহো তেনেকৈয়ে সংস্কৃতিৰ অন্তৰ্গত। সকলো দাৰ্শনিক মত, ৰাজনীতি-অৰ্থনীতি সম্পৰ্কীয় তত্ব, ধৰ্মীয় মত আদিও নিশ্চয় সংস্কৃতিৰ অন্তৰ্গত। মানুহৰ শাৰীৰিক আৰু চিন্তামূলক সকলো কাৰ্যতে যুগে যুগে মানুহে চেতনভাৱেই হওক বা অবচেতনভাৱেই হওক মানুহৰ সৌন্দৰ্যবোধ প্ৰয়োগ কৰি আহিছে। গতিকে মানৱ সমাজৰ আজিৰ স্তৰত গঢ়ি উঠা সকলো ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, অৰ্থনৈতিক আৰু ৰাজনৈতিক ব্যৱস্থা, দাৰ্শনিক আৰু ধৰ্মীয় মত সকলোবোৰেই মানুহৰ সাংস্কৃতিক উন্নয়ন বা অবনয়নৰ প্ৰতিচ্ছবি এটা নিশ্চয় ফুটাই তোলে। মানৱ সমাজৰ বিকাশৰ পথত ব্যক্তি আৰু সমাজ উভয়ৰে জীৱন সুন্দৰ আৰু সুখী কৰাৰ প্ৰচেষ্টা বিভিন্ন স্তৰত বিভিন্ন ধৰণে চলি আহিছে আৰু এতিয়াও চলি আছে। এই প্ৰচেষ্টা চলাওতে সমাজৰ সকলো মানুহেই কোনো যুগতেই ঐক্যমত হৈ চলিব পৰা নাই, বিভিন্ন অংশৰ মাজত মতানৈক্য ঘটিছে, সংঘৰ্ষও ঘটিছে। কিন্তু মানৱ সমাজ তাৰ মাজেদিয়ে আগবাঢ়ি আছে আৰু আগবাঢ়িও থাকিব। মই সুখী হব বিচাৰো, কিন্তু মোৰ সুখ আৰু আনন্দৰ কাৰণে আনক অসুখী কৰিব বিচাৰিলে, আনৰ জীৱন নিৰানন্দ কৰিব বিচাৰিলে মই সুখ আৰু আৰু আনন্দপূৰ্ণ জীৱন এটা উপভোগ কৰিব পাৰিম নে? মোৰ সুখৰ আৰু আনন্দৰ কাৰণে আনৰ সুখ আৰু আনন্দ নোহোৱা কৰাৰ অধিকাৰ মোৰ আছে নে। এখন সমাজত মই আছো— মোৰ ইচ্ছামতে মই জন্মগ্ৰহণ কৰাও নাই, সমাজখনো বিচাৰি লোৱা নাই। মোৰ অজ্ঞাতেই মই এখন সমাজত জন্ম লৈ সেই সমাজৰ ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, খাদ্য-ভাষা সকলোৰে ভাগ লৈছো, আৰু বহু বছৰ এইদৰে থাকি ডাঙৰ দীঘল হোৱাৰ পিছতহে মই চিন্তা কৰা আৰু কাম কৰা আৰম্ভ কৰিছো। মই অৰ্থাৎ আমি প্ৰত্যেক জন মানুহেই একোখন সমাজত জন্ম লৈছো, সেই সমাজৰ সভ্যতা আৰু সংস্কৃতি তথা সকলো পূৰ্বাৰ্জিত সম্পদৰে উত্তৰাধিকাৰী আৰু অংশীদাৰ হৈ পৰিছো। নিজে ডাঙৰ দীঘল হৈ চিন্তা আৰু কৰ্ম কৰিব পৰা হোৱাত সেই সম্পদ বৃদ্ধি কৰাৰ চেষ্টা কৰি আছো। এয়ে হ'ল আমাৰ জীৱন যাত্ৰা।

আমাৰ জীৱন সুখৰ কৰি তোলাৰ কাৰণেই আমাক পাৰ্থিব সম্পদসমূহ লাগে। পৰস্পৰৰ মাজত মিলি-জুলি থাকিব পৰা ধৰণৰ আচাৰ-ব্যৱহাৰ,

ৰীতি-নীতি, ধ্যান-ধাৰণা লাগে। প্ৰত্যেকৰে ব্যক্তিগত সুখ আৰু আনন্দৰ ভাগি-দাতেই সমগ্ৰ সমাজ জীৱনতেই সুখ আৰু আনন্দৰ প্ৰয়োজন। মানুহে জীয়াই থকাৰ সাৰ্থকতা বিচাৰি পায় আনন্দত, আনন্দৰ উৎস হ'ল সৌন্দৰ্য আৰু আমাৰ সৌন্দৰ্যবোধৰ দ্বাৰাই আমি সৌন্দৰ্য সৃষ্টি কৰো। আমাৰ সংস্কৃতিৰ মৰ্মাৰ্থ হ'ল আমাৰ জীৱনৰ সকলো কৰ্ম, সকলো চিন্তাতে আমাৰ সৌন্দৰ্যবোধ প্ৰয়োগ কৰি সুন্দৰ কৰাৰ প্ৰচেষ্টা।

আমি আগেয়ে প্ৰথম প্ৰবন্ধতে এই সম্পৰ্কে আলোচনা কৰি আহিছো। আমাৰ প্ৰচলিত ৰীতি-নীতি, ধ্যান-ধাৰণা, আচাৰ-ব্যৱহাৰ সকলোতে হেজাৰ হেজাৰ বছৰ ধৰি মানৱ জাতিৰ সৌন্দৰ্যবোধ মিহলি হৈ আছে। সৌন্দৰ্যবোধৰ পৰিমাণেই সংস্কৃতিৰ মানদণ্ড নিৰ্ণয় কৰে।

পৰৱৰ্ত্তী প্ৰবন্ধত সাহিত্য সম্বন্ধে আলোচনা কৰা হব।

## ১২ ঃ সাহিত্য

যুগে যুগে মানুহে নিজৰ জীৱন আৰু সমগ্ৰ মানৱ জাতিৰ জীৱন সুন্দৰ কৰি তোলাৰ উদ্দেশ্যে, পৃথিৱীত জীয়াই থকাৰ যে সাৰ্থকতা আছে, আমাৰ জীৱনটো যিমানেই কম সময়ৰ কাৰণে নহওক সি যে অৰ্থহীন নহয় সেইটো প্ৰতিপন্ন কৰাৰ কাৰণেই নিজৰ সৌন্দৰ্যবোধসমূহ বিভিন্ন ধৰণে বিভিন্ন কলা-সৃষ্টিৰ মাধ্যমেদি প্ৰকাশ কৰি আহিছে। সকলো কলা-সৃষ্টিৰে মৌলিক উদ্দেশ্য হ'ল এখন সুন্দৰ আনন্দময় মানৱ সমাজত এটা সুন্দৰ আনন্দময় জীৱন-যাত্ৰাৰ পথ মুকলি কৰা।

সাহিত্য হ'ল মানৱ জাতিয়ে ভাষাৰে কৰা কলা সৃষ্টি। মানৱ সমাজত লিখা-পঢ়াৰ ব্যৱহাৰ প্ৰচলিত হোৱাৰ আগৰ পৰাই সাহিত্যৰ সৃষ্টি হৈছে। বিভিন্ন ধৰণৰ গীত, উপকথা, ধৰ্মীয় উপাসনাৰ স্তোত্ৰ আদি সমাজত লিখা-পঢ়াৰ প্ৰচলন হোৱাৰ বহু শতাব্দী আগৰ পৰাই সৃষ্টি হৈছিল আৰু সেইবোৰ মুখে মুখে মানুহে সৃষ্টি কৰিছিল, ব্যৱহাৰ কৰিছিল, সমৃদ্ধ কৰিছিল আৰু প্ৰকাশ কৰি আহিছিল। কালক্ৰমত লিখা-পঢ়াৰ কৌশল মানুহে আয়ত্ত কৰাৰ পিছত সাহিত্যয়ো এটা নিৰ্দিষ্ট আৰু উন্নতৰূপ ললে আৰু তাৰ ভূমিকা মানৱ সমাজত আগৰ তুলনাত বহুত বেছি গুৰুত্বপূৰ্ণ হৈ পৰিল।

সাহিত্য হ'ল মানুহে কথাৰে সৃষ্টি কৰা কলা। মানুহৰ সৌন্দৰ্যবোধ কথাৰ মাধ্যমেদি প্ৰকাশ কৰে, কথাৰ মাধ্যমেদিয়ে মানুহৰ মানসপটত গঢ়ি উঠা কল্পনাৰ ভাবমূৰ্ত্তিবিলাক আনৰ আগত দাঙি ধৰে, আৰু আনৰ মনতো সেই সৌন্দৰ্যবোধ জাগ্ৰত কৰে। মানুহৰ ভাষা গঢ়ি উঠাৰ আগতে সাহিত্য সৃষ্টিৰ সম্ভাৱনা কল্পনা কৰিব নোৱাৰি। তদুপৰি মানুহৰ চেতনাই বিকাশৰ এটা উন্নত স্তৰ অৰ্থাৎ বিমূৰ্ত্ত চিন্তাৰ জন্ম দিব পৰাৰ পিছতহে সাহিত্য সৃষ্টি সম্ভৱপৰ হৈছিল। সাহিত্যৰ আধাৰ বিমূৰ্ত্ত চিন্তা। বিমূৰ্ত্ত চিন্তাৰ দ্বাৰাইহে মানুহে কল্পনা কৰিব পাৰে আৰু কল্পনা শক্তি নহলে সাহিত্যও হব নোৱাৰে। মানৱ সমাজত লিখা আৰু পঢ়াৰ প্ৰচলন হোৱাৰ পিছত মানুহে সৃষ্টি কৰা সাহিত্যৰ স্থায়িত্বও দীৰ্ঘলীয়া হ'ল, তাৰ বিচ্যুতিৰ সম্ভাৱনাও কমি গ'ল। তাৰ পৰৱৰ্ত্তীকালত মানৱ সমাজৰ অগ্ৰগতিৰ আৰু এটা স্তৰত যেতিয়া মুদ্ৰণৰ কৌশল মানুহে আয়ত্ত কৰিলে তেতিয়া সাহিত্যৰ প্ৰচাৰ ব্যাপক আৰু দ্ৰুত হোৱাৰ সম্ভাৱনা আহি পৰিল আৰু হৈছেও।

এইদৰে সমাজৰ বিকাশৰ লগে লগে সাহিত্যৰো বিকাশ হৈ আহিছে আৰু বৰ্ত্তমান যুগত পৃথিৱীৰ সিকোনো অঞ্চলৰে সাহিত্য সৃষ্টি অতি কম সময়ৰ ভিতৰতে

সমগ্ৰ পৃথিবীতে ব্যাপি পৰাৰ অৱস্থা আহি পৰিছে। মানুহৰ জীৱন ধাৰণৰ কাৰণে প্ৰয়োজনীয় সকলো কাৰ্যকলাপতে মানুহৰ সৌন্দৰ্যবোধ মিশ্ৰিত হৈ মানৱ জাতিৰ সংস্কৃতি গঢ়ি উঠিছে বুলি আমি আগেয়ে আলোচনা কৰি আহিছো। গতিকে মানুহৰ সৌন্দৰ্যবোধ প্ৰকাশ কৰি সমাজৰ ৰীতি–নীতি, ধ্যান-ধাৰণা, আচাৰ-ব্যৱহাৰ সুন্দৰতৰ আৰু উন্নত কৰা বিষয়ত সাহিত্যৰ অৱদান অত্যন্ত গুৰুত্বপূৰ্ণ। আনহাতে সংস্কৃতি আৰু দুস্কৃতিৰ মাজত চলি থকা সংগ্ৰামত দুস্কৃতিয়েও সাহিত্যক অস্ত্ৰ হিচাবে ব্যৱহাৰ কৰি সংস্কৃতিৰ বিৰুদ্ধে প্ৰয়োগ কৰাৰ সম্ভাৱনাও আগৰ তুলনাত বহুত বেছি পৰিমাণে বাঢ়িছে। এই সম্পৰ্কে আমি পূৰ্বৰ প্ৰবন্ধতে বহুতখিনি আলোচনা কৰি আহিছো। বৰ্তমান প্ৰবন্ধত আমি সাহিত্যৰ স্বৰূপ, সাহিত্যক বিকৃত বা ভেজাল কৰি দুস্কৃতিয়ে কিদৰে অপসংস্কৃতিৰো সৃষ্টি কৰে, সংস্কৃতিৰ বাহন হিচাপে প্ৰকৃত সাহিত্য সৃষ্টিৰ বাস্তৱ উপাদান ইত্যাদি সম্পৰ্কত আলোচনা কৰাৰ চেষ্টা কৰিম, আৰু পৃথিবীৰ কিছুমান খ্যাতনামা দাৰ্শনিক, সাহিত্যিক আৰু সংস্কৃতিবিদৰ মতামতো আলোচনা কৰাৰ চেষ্টা কৰিম। প্ৰথমতে এই সম্পৰ্কত পৃথিবীৰ খ্যাতনামা সাহিত্যিক স্বৰ্গীয় ৰবীন্দ্ৰ নাথ ঠাকুৰৰ মতামত অলপ আলোচনা কৰো।

## (ক) স্বৰ্গীয় ৰবীন্দ্ৰনাথ ঠাকুৰ :

সাহিত্যৰ সংজ্ঞা, সাহিত্যৰ স্বৰূপ, সাহিত্যৰ বিষয়-বস্তু, সাহিত্যৰ অলঙ্কাৰ ইত্যাদি বিভিন্ন দিশ বিশদভাৱে আলোচনা কৰি গৈছে ৰবীন্দ্ৰনাথ ঠাকুৰে তেওঁৰ বহু প্ৰসঙ্গত লিখা বহুতো প্ৰবন্ধৰ মাজেদি। ৰবীন্দ্ৰনাথৰ মতে সাহিত্য হ'ল মানুহৰ উপলব্ধিৰ ইতিহাস। সাহিত্যৰ বিষয়বস্তু হিচাপে বিশ্বজগতৰ যিকোনো বস্তুকে অৱলম্বন কৰা যায়, কিন্তু এই আটাইবোৰেই হ'ল মানুহৰ উপলব্ধি প্ৰকাশৰ এটা মাধ্যম মাত্ৰ। সাহিত্যৰ প্ৰকৃত বিষয়-বস্তু হ'ল মানুহ। মানুহৰ ভাল, বেয়া বহু ধৰণৰ গুণেই থাকে; কিন্তু ৰবীন্দ্ৰনাথে 'মানুহ' মানে খাটি মানুহ অৰ্থাৎ সকলো মানুহৰে মাজত যি প্ৰকৃত গুণবিলাক আছে, যিবোৰক 'মনুষ্যত্ব' বুলি অভিহিত কৰা হয়, অকল সেইবোৰকহে তেওঁ মানৱ ধৰ্ম বা মানৱ চৰিত্ৰ বুলি কৈছে আৰু সাহিত্যৰ বিষয় বস্তু বুলি কৈছে। তেওঁৰ মতে সাহিত্যত বিশ্ব প্ৰকৃতিৰ যিয়েই প্ৰকাশ পাপাওক কিয়, সি মানুহৰ ভাৱ-ভাৱনাৰ দ্বাৰা ৰঞ্জিত হৈ মানুহৰ প্ৰকৃত পৰিচয় বহন কৰিয়ে প্ৰকাশিত হয়। মানুহৰ উপলব্ধিৰ দ্বাৰা ৰঞ্জিত নোহোৱাকৈ বিশ্ব প্ৰকৃতিৰ সম্বন্ধে যিবোৰ তথ্য প্ৰকাশিত হৈছে—সেইবোৰ জ্ঞান বিজ্ঞান

হৈছে, কিন্তু সাহিত্য হোৱা নাই। বিশ্ব জগতখন যথাৰ্থতে কি, সেইটো সাহিত্যৰ বিষয়-বস্তু নহয়, সাহিত্যৰ বিষয়-বস্তু হ'ল বিশ্ব জগতখন মানুহে কি ধৰণে উপলব্ধি কৰিছে, কেনে লাগিছে, সেইটোহে।

সাহিত্যৰ স্বৰূপ আৰু সংজ্ঞা সম্পৰ্কত ৰবীন্দ্ৰনাথৰ লেখাৰ পৰা কেইটামান উদ্ধৃতি দিয়াটো নিশ্চয় প্ৰাসঙ্গিক হ'ব।

'সাহিত্যৰ প্ৰধান লক্ষণ হৈছে মানৱ জীৱনৰ সম্পৰ্ক। মানুহৰ মানসিক জীৱনটো ক'ত? আমাৰ বুদ্ধি আৰু হৃদয়, বাসনা আৰু অভিজ্ঞতা সকলোৱে মিহলি হৈ য'ত এটা সম্পূৰ্ণ ঐক্য লাভ কৰিছে গৈ তাতে। তাত গৈ আমাৰ বুদ্ধি, প্ৰবৃত্তি আৰু ৰুচি সকলোৱে সম্মিলিতভাৱে কাম কৰে। এক কথাত কবলৈ হলে য'ত খাটি মানুহটো আছে তাতেই সাহিত্যৰ জন্ম লাভ।'

(সাহিত্যৰ পথে : পৃঃ ১৬৩)

সাহিত্য যে মানুহৰ প্ৰকৃত মানবীয় অনুভূতিবোৰৰহে প্ৰকাশ সেই সম্পৰ্কত ৰবীন্দ্ৰনাথৰ কথা হ'ল—

'সেই কাৰণেই সাহিত্যত আমি কিহৰ পৰিচয় পাওঁ? মানুহৰ যি ঐশ্বৰ্য, যি প্ৰাচুৰ্য্য, যিবোৰ মানুহৰ সকলো প্ৰয়োজনৰ উৰ্দ্ধত, সেইবোৰহে। যিবোৰ সংসাৰৰ মাজতে শেষ হৈ যাব নোৱাৰে।'

(সাহিত্য : পৃঃ ৬৩)

'এই প্ৰাচুৰ্যই হ'ল মানুহৰ যথাৰ্থ প্ৰকাশ। মানুহ যে ভোজন প্ৰিয়, সেইটোও সঁচা হব পাৰে, কিন্তু মানুহ যে বীৰ সেইটোহে প্ৰকৃত সত্য। মানুহৰ এই সত্যৰ কোনে গতিৰোধ কৰিব পাৰে? এই সত্যই (মানুহৰ বীৰত্বই) ভাগীৰথীৰ দৰে পাথৰ ভাঙি, ঐৰাৱতক উটুৱাই গাওঁ, নগৰ আৰু শস্য ক্ষেত্ৰৰ পিয়াহ পলুৱাই একেবাৰে সাগৰত মিলিছেগৈ। মানুহৰ বীৰত্বই মানুহৰ সকলো সাংসাৰিক কাজকে শেষ কৰি সংসাৰৰ ওপৰত উঠিছেগৈ। এইদৰে স্বভাৱতেই মানুহৰ যি মহৎ যি নিত্য, যিবোৰ তাৰ কাজ-কৰ্মৰ মাজতে লীণ হৈ যাব নোৱাৰে, সেইবোৰেই মানুহৰ সাহিত্যত ধৰা পৰি নিজে নিজেই মানুহৰ বিৰাট ৰূপটো গঢ়ি তোলে।'

(সাহিত্য : পৃঃ ৬৪)

সাহিত্যত বাস্তৱতা সম্পৰ্কেও ৰবীন্দ্ৰনাথে বিভিন্ন প্ৰবন্ধত বহলভাৱে আলোচনা কৰি গৈছে। যিকোনো ঘটনাৰ বা অনুভূতিৰ হুবহু চিত্ৰাঙ্কন বা বৰ্ণনাকে তেওঁ

বাস্তৱতা বুলি গ্ৰাহ্য নকৰিছিল। মানুহৰ হীন বা কু-প্ৰবৃত্তিবিলাক থাকিলেও সেইবোৰেই মানুহৰ প্ৰকৃত চৰিত্ৰ বুলি তেওঁ বিশ্বাস নকৰিছিল। সাহিত্যত সেই বোৰকে মুখ্য বস্তু হিচাপে প্ৰকাশ কৰাৰ তেওঁ বিৰোধী আছিল। বাস্তৱতা সম্পৰ্কত তেওঁৰ কথা হ'ল—

"মানুহে একেবাৰে শিশুকালৰ পৰাই এই আনন্দ পাইছে, প্ৰত্যক্ষ বাস্তৱতাৰ আনন্দ। এই বাস্তৱতাৰ অৰ্থ এনে নহয় যে যিবোৰ সদা-সৰ্বদাই ঘটি থাকে বা যিবোৰ যুক্তিসঙ্গত। যিকোনো ৰূপতেই যিবোৰ স্পষ্টভাৱে চেতনাক স্পৰ্শ কৰে সেয়ে বাস্তৱ। ছন্দৰ দ্বাৰা, ভাষাৰ দ্বাৰা' ভঙ্গীৰ দ্বাৰা বা ইঙ্গিতৰ দ্বাৰা যেতিয়া সেই বাস্তৱতাক জগাই তোলে তেতিয়াই সি এটা ভাষাৰ দ্বাৰা ৰচিত শিল্প-বস্তু হৈ উঠে। তাৰ কোনো ব্যৱহাৰিক অৰ্থ নাথাকিব পাৰে, কিন্তু তাত এটা বস্তুই প্ৰকাশ পায় যিটোৱে tease us out of thought as doth eternity. (আমাক অসীমৰ দৰে চিন্তা-ভাৱনাৰ পৰা আঁতৰাই লৈ যায়)।"

(সাহিত্যৰ পথে : পৃ ৪)

সাহিত্যৰ বিষয়-বস্তু আৰু তাৰ ব্যাহ্যিক প্ৰকাশৰ কাৰণে গ্ৰহণ কৰা ছন্দ, অলংকাৰ আদিৰ প্ৰয়োজনীয়তা সম্বন্ধেও ৰবীন্দ্ৰনাথে তেওঁৰ নানা প্ৰবন্ধত বিশদ-ভাৱে আলোচনা কৰিছে। তেওঁৰ মতে সাহিত্যৰ বিষয়-বস্তু হ'ল মানুহৰ হৃদয়ৰ উপলব্ধি আৰু সেয়ে হ'ল মুখ্য। অৱশ্যে সেই উপলব্ধিক সুন্দৰভাৱে প্ৰকাশ কৰাৰ প্ৰয়োজন আছে। কিন্তু এই প্ৰকাশৰ ৰূপটো হ'ল সাহিত্যৰ কাৰণে গৌণ। ভাৱটোৱে হ'ল প্ৰধান। ভাৱৰ গুৰুত্ব নথকা অকল সুন্দৰ প্ৰকাশভঙ্গীক ৰবীন্দ্ৰ-নাথে সাহিত্য বুলি গ্ৰাহ্যই কৰা নাই। তেওঁৰ কেই আষাৰমান কথা এই প্ৰসঙ্গত উদ্ধৃতি কৰি দিয়া হ'ল।

"এই কলা-কৌশলপূৰ্ণ ৰচনা ভাৱৰ দেহৰ নিচিনা। এই দেহৰ ভিতৰত ভাৱৰ প্ৰতিষ্ঠাই হ'ল সাহিত্যকাৰৰ পৰিচয়। এই দেহৰ প্ৰকৃতি আৰু গঠন অনুহাৰেই তাত আশ্ৰিতভাৱে মানুহৰ ওচৰত আদৰ পায়, তাৰ শক্তি অনুসাৰে সি মানুহৰ হৃদয়ত আৰু কালত ব্যাপ্তি লাভ কৰিব পাৰে।"

(সাহিত্য : পৃঃ ১২)

"সেই ভাৱ, সেই ভাৱনা, সেই আবিৰ্ভাৱ যাক প্ৰকাশ কৰিব গলেই অলংকাৰ নিজে নিজে আহি পৰে, তৰ্কত যাৰ প্ৰকাশ নাই, সেয়ে হ'ল সাহিত্য।"

(সাহিত্যৰ পথে : পৃঃ ৮৪)

"বিষয়ৰ বাস্তৱতা উপলব্ধিৰ উপৰিও কাব্যৰ আৰু এটা দিশ আছে, সেইটো হ'ল তাৰ শিল্প-কলা। 'খুশী হৈছো', এই কথাটো বুজোৱাৰ কাৰণেও লাগে সুৰ, লাগে ভাৱভঙ্গী। এই কথাখিনিকে সুন্দৰ কৰি সজাব লাগে, যাকে যেনেকৈ নিজৰ সন্তানক সজায়, বাসৰ ঘৰ যেনেকৈ ফুলৰ মালাৰ দ্বাৰা সজোৱা হয়। কথাৰ শিল্প হ'ল তাৰ ছন্দত, ধ্বনিৰ সঙ্গীতত কাব্য বিন্যাসত আৰু বাচনিৰ কামত। এই 'খুশী'ৰ বাহন অকিঞ্চিৎকৰ হলে নহব, যিটো অত্যন্ত অনুভৱ কৰা গৈছে, সি যে অৱহেলাৰ বস্তু নহয়, এই কথাটো কাৰুকাৰ্যৰ দ্বাৰাই প্ৰকাশ কৰিব লাগিব।'

(সাহিত্যেৰ স্বৰূপ : পৃঃ ৮)

সাহিত্যত সাহিত্যিকৰ উপলব্ধিয়ে সমগ্ৰ মানৱ জীৱনৰ উপলব্ধিকে সামৰি লয়। নিজৰ বা যিকোনো মানুহৰ অনুভূতিক অৱলম্বন কৰিয়ে সাহিত্যিকে সমগ্ৰ মানৱ জাতিৰ অনুভূতিকে প্ৰকাশ কৰে আৰু সেই কাৰণেই প্ৰকৃত সাহিত্য সদায় সাৰ্বজনীন আৰু কালজয়ী হৈ পৰে। ৰবীন্দ্ৰনাথে কৈছে যে প্ৰকৃত সাহিত্য সৃষ্টিত সাহিত্যিকে নিজৰ অস্তিত্ব হেৰুৱাই পেলায়। তেওঁৰ লেখাৰ পৰা দিয়া কেইটামান উদ্ধৃতিৰ মাজেদিয়ে তেওঁৰ মত স্পষ্টভাৱে ওলাই পৰিছে। তেওঁ কৈছে: "আমি বিৰাট প্ৰকৃতিত আমাৰ সুখ-দুখ, আশা-আকাংখ্যা মিশ্ৰিত কৰি তাক মানৱীয় কৰি তোলো আৰু তেতিয়াই সাহিত্যৰ উপযোগিতা প্ৰাপ্ত হয়।'

(সাহিত্যেৰ পথে : পৃঃ ১৬৭)

"নিজৰ সুখ-দুখৰ দ্বাৰাই হওক বা অন্যৰ সুখ-দুখৰ দ্বাৰাই হওক, প্ৰকৃতিৰ বৰ্ণনা কৰিয়ে হওক বা মনুষ্য চৰিত্ৰ গঠিত কৰিয়ে হওক মানুহক প্ৰকাশ কৰিব লাগিব। বাকী সমস্তই উপলক্ষ।"

(সাহিত্যেৰ পথে : পৃঃ ১৭৩)

"সাহিত্যৰ প্ৰধান লক্ষণ হ'ল মানৱ জীৱনৰ সম্পৰ্ক। য'ত খাটি মানুহটো আছে, তাতেই সাহিত্যৰ জন্মলাভ হয়।"

(সাহিত্যেৰ পথে : পৃঃ ১৬৩)

"যিহেতু সাহিত্য আৰু ললিতকলাৰ কামেই হ'ল প্ৰকাশ, সেই কাৰণে তথ্যৰ পাত্ৰক আশ্ৰয় কৰি আমাৰ মনক সত্যৰ স্বাদ দিয়াই হ'ল তাৰ প্ৰধান কাজ।

এই স্বাদটো হ'ল ঐক্যৰ স্বাদ, অসীমৰ স্বাদ। 'মই' ব্যক্তিগত 'মই' এইটো হ'ল মোৰ সীমাৰ কালৰ কথা, এই ক্ষেত্ৰত মই বিৰাট ঐক্যৰ পৰা বিচ্ছিন্ন। 'মই' মানুহ এইটো হ'ল মোৰ অসীমৰ অভিমুখী কথা। এই ক্ষেত্ৰত মই ঐক্যৰ লগত যুক্ত হৈ প্ৰকাশ-মান।

(সাহিত্যৰ পথে : পৃঃ ২০)

ৰবীন্দ্ৰনাথৰ মতে সাহিত্যত সমগ্ৰ মানৱ জাতিৰ জীৱনৰ অনুভূতি প্ৰকাশ পালেও তাৰ মাজেদিয়ে সাহিত্যিকৰ নিজৰ প্ৰকৃতিটোও অলক্ষিতে হলেও প্ৰকাশ পায়। তেওঁ এঠাইত কৈছে : 'শিখা-পঢ়া, দেখা-শুনা, কথা-বাৰ্ত্তা, ভাৱনা-চিন্তা সকলোকে লৈ আমাৰ প্ৰত্যেকৰেই এটা নিজা মূল প্ৰকৃতি আছে। সেই মূল প্ৰকৃতি অনুসাৰে আমি সংসাৰত বিৰক্ত নাইবা অনুৰক্ত, স্বদেশভক্ত নাইবা সাৰ্বভৌমিক, পাৰ্থিব নাইবা আধ্যাত্মিক, কৰ্মপ্ৰিয় নাইবা চিন্তাপ্ৰিয়। মোৰ সেই বিশেষ প্ৰকৃতিটো মোৰ ৰচনাৰ মাজেদি প্ৰকাশ্যেই হওক বা অলক্ষিতেই হওক বিৰাজ কৰিবই। মই গীতিকাব্যই লিখো বা খিয়েই নিলিখো, তাত যে কেৱল মোৰ ক্ষণিক মনোভাবৰেই প্ৰকাশ হয়, সেইটো নহয়। মোৰ মৰ্ম সত্যটোৱেও তাৰ মাজত নিজৰ ছাপ পেলাব।"

(সাহিত্যৰ পথে : পৃঃ ১৬৪)

এইদৰে ৰবীন্দ্ৰনাথৰ লেখাৰ মাজেদি সাহিত্যৰ স্বৰূপ, সাহিত্যৰ বিষয়-বস্তু, সাহিত্যৰ প্ৰকাশভঙ্গী ইত্যাদি সকলো বিষয়তে ৰবীন্দ্ৰনাথৰ এটা স্পষ্ট মতামত ওলাই পৰিছে। আমি আগতেও আলোচনা কৰি আহিছো যে ৰবীন্দ্ৰনাথ আছিল উপনিষদৰ দাৰ্শনিক তত্বত অগাধ বিশ্বাসী আৰু তেওঁ সত্য, সুন্দৰ আৰু মঙ্গল, সাহিত্য সকলোকে সেই দৃষ্টিভঙ্গীৰেই উপলব্ধি কৰিছিল আৰু ব্যাখ্যাও কৰিছে। কিন্তু তৎস্বত্বেও তেওঁৰ মতামতবিলাক অত্যন্ত যুক্তিপূৰ্ণ আৰু সাহিত্যৰ সকলো দিশকে সামৰি লোৱা, কোনো এটা বিশেষ মতবাদৰ প্ৰচাৰৰ উদ্দেশ্যে সাহিত্যক ব্যৱহাৰ কৰা অৰ্থাৎ প্ৰচাৰধৰ্মী সাহিত্যক ৰবীন্দ্ৰনাথে সমৰ্থন নকৰিছিল। সাহিত্যই যে "খাটি" মানুহৰ অনুভূতি আৰু উপলব্ধিবোৰকেই প্ৰকাশ কৰি থাকে সেইটো আছিল তেওঁৰ দৃঢ়মত। তেওঁ বিশ্বাস কৰিছিল যে মানুহৰ বাহ্যিক চৰিত্ৰ, বাহ্যিক প্ৰবৃত্তিবোৰৰ মাজত অগণন পাৰ্থক্য থাকিলেও সকলো মানুহৰ মাজতে কিছুমান ঐক্য বিৰাজ কৰি আছে আৰু যুগে যুগে মানুহে সৃষ্টি কৰা সাহিত্য তথা সকলো শিল্প-কলাৰ মাজেদি সেই ঐক্যবোৰকেই প্ৰকাশ কৰি আছে। সেই

ঐক্যবোধৰ উৎস বিচাৰিয়ে ৰবীন্দ্ৰনাথে উপনিষদৰ তথা আত্মা আৰু পৰমাত্মাৰ দাৰ্শনিক তত্ত্ব আশ্ৰয় লব লগীয়াত পৰিছিল। তেওঁৰ আত্মা-পৰমাত্মাৰ তথা উপনিষদৰ দাৰ্শনিক তত্ত্ববোৰৰ সম্পৰ্কত মতপাৰ্থক্য থিমানেই নাথাকক, মানৱ চৰিত্ৰৰ মাজত বিৰাজ কৰা ঐক্য, সাহিত্যৰ বিষয়-বস্তু, সাহিত্যৰ স্বৰূপ আদি বিষয়ত তেওঁৰ বিশ্লেষণ সংস্কৃতিৰ ক্ষেত্ৰত নিশ্চয় বহুমূলীয়া অৱদান।

## (খ) লিও টলষ্টয় :

ৰুছ সাহিত্যিক, শিল্পী আৰু দাৰ্শনিক লিও টলষ্টয় বুদ্ধিজীৱীৰ জগতত সৰ্বপৰিচিত। ৰুছ সাহিত্যত তেওঁৰ অৱদানসমূহে আন্তৰ্জাতিক খ্যাতি লাভ কৰিছে। তেওঁৰ দাৰ্শনিক আৰু ৰাজনৈতিক মতবাদসমূহে সেই যুগত প্ৰভাৱ বিস্তাৰ কৰিছিল যদিও কালক্ৰমত সেইবোৰৰ প্ৰভাৱ ক্ষীণ হৈ গৈছে। কিন্তু তেওঁৰ সাহিত্যিক সৃষ্টিসমূহ আজিও গোটেই পৃথিবীতে পৰিচিতি আৰু সুপাঠ্য। সাহিত্য আৰু শিল্পৰ উৎস, স্বৰূপ আদি সম্পৰ্কত তেওঁৰ লেখাসমূহৰ মূল্য আজিও যথেষ্ট পৰিমাণে আছে। তেওঁৰ What is Art? (শিল্প কি?) নামে কিতাপৰ on Art (শিল্প প্ৰসঙ্গত) নামৰ প্ৰবন্ধৰ পৰা কেইটিমান উদ্ধৃতি ইয়াত দিয়া হ'ল।

"সৃষ্টি প্ৰক্ৰিয়া সকলো মানুহৰ মাজতে আছে বুলি আমি প্ৰত্যেকেই অন্তৰ্নিহিত অভিজ্ঞতাৰ পৰা উপলব্ধি কৰিব পাৰো। এই সৃষ্টি ক্ৰিয়া সংঘটিত হয় এনে ধৰণে : কোনো মানুহে হঠাৎ এনে কিছুমান কল্পনা বা অস্পষ্ট উপলব্ধি কৰে যিবোৰ তেওঁৰ কাৰণে সম্পূৰ্ণ নতুন, অপৰিচিত আৰু আগেয়ে নুশুনা যেন লাগে। এই অভিনৱ বিষয়টোৱে তেওঁৰ মনত গভীৰ ৰেখাপাত কৰে আৰু তেওঁৰ সেই উপলব্ধিক তেওঁ আলাপ-আলোচনাৰ মাজেদি আনৰ আগত দাঙি ধৰাৰ চেষ্টাত লাগে এইদৰে চেষ্টা কৰোতে তেওঁ বিস্ময়েৰে লক্ষ্য কৰে যে তেওঁৰ কাৰণে যিটো স্পষ্টভাৱে অনুভূত, তেওঁৰ শ্ৰোতাসকলৰ কাৰণে কিন্তু সেইটো সম্পূৰ্ণ অজ্ঞাত আৰু নতুন। তেওঁ আনক যিটো কয় আনে সেইটো নেদেখে বা সঠিকভাৱে বুজিব নোৱাৰে। এই বিচ্ছিন্নতা, বৈসাদৃশ্য আৰু আনৰ লগত সংযোগহীনতাই তেওঁক পীড়িত কৰে। নিজৰ উপলব্ধিৰ সত্যতা আৰু গভীৰভাৱে পৰীক্ষা কৰি তেওঁ পুনৰ চেষ্টা আৰম্ভ কৰে তেওঁ দেখা, অনুভৱ কৰা বা উপলব্ধি কৰা কথাখিনি অন্য কিবা উপায়েৰে অন্য মানুহৰ ওপৰত প্ৰকাশ কৰিবলৈ। কিন্তু আন মানুহে তেওঁ বিচৰা ধৰণে তেওঁৰ ইঙ্গিত বিষয়টো উপলব্ধি নকৰে বা তেওঁ অনুভৱ কৰাৰ দৰে নিচিনাকৈ অনুভৱ কৰিব নোৱাৰে। ফলত সেই

মানুহজনৰ মনত এটা সন্দেহ জাগিব ধৰে যে তেওঁ যিটো ভাবিছে বা কল্পনা কৰিছে তাৰ হয়তো প্ৰকৃতভে কোনো অস্তিত্বই নাই বা বাস্তৱ অস্তিত্ব থকা স্বত্বেও আনে সেইটো বুজিব নোৱাৰে বা অনুভৱ কৰিব নোৱাৰে। এই সন্দেহ আঁতৰ কৰাৰ বাবে তেওঁৰ এই নতুন আবিষ্কাৰক আৰু স্পষ্টতৰ কৰাত তেওঁ উঠিপৰি লাগে যাতে তেওঁৰ এই উপলব্ধিবোৰৰ বাস্তৱ অস্তিত্বৰ সম্পৰ্কত তেওঁৰ নিজৰ বা আনৰ সকলো সন্দেহ আঁতৰ হৈ যায়। এই স্পষ্টীকৰণৰ কাম সমাপ্ত হলেহে তেওঁ বুজিব পাৰে যে তেওঁ উপলব্ধি কৰা বস্তুৰ অস্তিত্বত আৰু কোনো সন্দেহ নাই। তেওঁৰ নিজৰ সন্দেহ আঁতৰি যোৱাত তেওঁ দেখিলে যে আন মানুহেও তেওঁৰ দৰেই উপলব্ধি কৰিব বা অনুভৱ কৰিব পাৰিছে। তেওঁৰ নিজৰ ওচৰত আৰু আনৰ ওচৰত যিটো অস্পষ্ট আৰু দুৰ্বোধ্য আছিল সেইটোক নিজৰ আৰু আনৰ ওচৰত স্পষ্ট আৰু সন্দেহাতীত কৰাৰ এই প্ৰয়াসেই হ'ল মানুহৰ আত্মিক সৃষ্টি প্ৰবাহৰ সাধাৰণ উৎস। আমি যাক শিল্প-কাৰ্য বুলি অভিহিত কৰো, যিয়ে মানুহৰ মনৰ দিগন্ত প্ৰসাৰিত কৰে, যিয়ে অনুভূত আৰু অজানা বিষয়-বোৰক মানুহৰ অনুভূতি আৰু উপলব্ধিৰ সীমাৰ ভিতৰলৈ লৈ আহে, তাৰো উৎস হ'ল এই প্ৰয়াস।"

একেটা প্ৰবন্ধতে আন এঠাইত আকৌ টলষ্টয়ে কৈছে: "আগেয়ে যিটোক কোনেও উপলব্ধি কৰা নাই, অনুভৱ কৰা নাই বা ধাৰণা কৰা নাই, সেইটোকে অনুভূতিৰ গভীৰতাৰ সহায়ত শিল্পীয়ে যেতিয়া সকলোৰে ওচৰত স্পষ্ট আৰু গ্ৰহণ যোগ্য কৰি তুলিব পাৰে, তেতিয়াই প্ৰকৃত শিল্পকাৰ্যৰ জন্ম হয়।"

মানুহৰ যিবোৰ মানসক্ৰিয়াক শিল্পকাৰ্য বুলি গণ্য কৰা হয়, সেইবোৰৰ তিনিটা বৈশিষ্ট টলষ্টয়ে আৰোপ কৰিছিল। সেই কেইটা হ'ল:

"(১) শিল্প কৰ্মৰ অন্তৰ্নিহিত অভিনৱ উপলব্ধি বা ভাৱনা অৰ্থাৎ শিল্পৰ বিষয়-বস্তু সদায় মানৱ জাতিৰ পক্ষে গুৰুত্বপূৰ্ণ হব লাগিব।

(২) শিল্পৰ অন্তৰ্গত বিষয়টোৰ প্ৰকাশ এনে ফটফটীয়া হোৱা প্ৰয়োজন যাতে জনসাধাৰণে সেইটো সহজে বুজিব পাৰে।

(৩) স্ৰষ্টাই অন্তৰৰ তাগিদাতহে শিল্প কাৰ্যত উদ্দীপিত হব লাগিব, বাহিৰৰ প্ৰৰোচনাত নহয়।"

"যি সৃষ্টিৰ ভিতৰত এই তিনিওটা বৈশিষ্টৰ প্ৰত্যেকটোৱে সামান্য পৰিমাণে হলেও বিদ্যমান সেই সৃষ্টিকে শিল্পকাৰ্য বুলি বিবেচনা কৰা হয়। কিন্তু যি সৃষ্টিৰ

মাজত এই তিনিটাৰ যিকোনো এটা দিশ সম্পূৰ্ণ অনুপস্থিত, সেই সৃষ্টিক শিল্পকাৰ্য বুলি গ্ৰহণ কৰিব নোৱাৰি।

শিল্প বস্তুৰ সৰ্বোচ্চ সীমা হ'ল সেইটো যিটো চিৰকাল সকলো মানুহৰ বাবেই প্ৰয়োজনীয়। মঙ্গলকৰ নৈতিকতাপূৰ্ণ বিষয়-বস্তুৱেই চিৰকাল সকলো মানুহৰ কাৰণে প্ৰয়োজনীয়।"

নৈতিকতা আৰু মঙ্গলকৰৰ ব্যাখ্যা কৰি টলষ্টয়ে কৈছে: "বলেৰে নহয়, প্ৰেমেৰে মানুহক সংযুক্ত কৰে, মানুহৰ লগত মানুহৰ মিলনৰ আনন্দক যিটোৱে অভিব্যক্তি দিয়ে, সেই বস্তুই গুৰুত্বপূৰ্ণ, মঙ্গলকৰ আৰু নৈতিক। 'মন্দ' বা 'নীতিহীন' বোলা হয় সেইবোৰ বিষয়ক, যিবোৰে মানুহক বিভক্ত কৰে আৰু বিযুক্তিৰ প্ৰভাবেৰে যিবোৰে মানুহক দুখ কষ্টৰ সমুখীন কৰে। মানুহে আগেয়ে যিটো উপলব্ধি কৰিব পৰা নাছিল, বা ভাল নাপাইছিল, যি বস্তুৰ প্ৰভাৱত সেইটো উপলব্ধি কৰিব বা ভাল পাব পৰা হয় তাকেই গুৰুত্বপূৰ্ণ বোলা যায়।"

টলষ্টয়ে শিল্পৰ বিষয়-বস্তুৰ যি তিনিটা বৈশিষ্টৰ কথা কৈছিল সেই কেইটা বৈশিষ্টক মানদণ্ড হিচাপে লৈ তেওঁৰ সমসাময়িক কালৰ শিল্প সাহিত্য সম্পৰ্কত প্ৰচলিত বিভিন্ন তত্ব বা মতামতবোৰৰ সমালোচনা কৰিছিল। শিল্পৰ প্ৰকাশৰ আঙ্গিক, শিল্পৰ বিষয়-বস্তুৰ গুৰুত্ব, শিল্পীৰ উপলব্ধিৰ অভিনৱত্ব, উদ্দেশ্যমূলক বা প্ৰচাৰধৰ্মী শিল্প, কলা কৈবল্যবাদৰ (Art for Art's Sake) তত্ব, ধন লাভৰ উদ্দেশ্যে সৃষ্টি কৰা তথাকথিত শিল্প, বাস্তৱধৰ্মী শিল্প ইত্যাদি শিল্প-সাহিত্য বিষয়ৰ সকলোবিলাক কথাকে টলষ্টয়ে এই বৈশিষ্ট তিনিটাৰ আলম লৈয়ে ব্যাখ্যা কৰিছিল। যিবোৰ শিল্প বা সাহিত্যত এই তিনিওটা বৈশিষ্টই নাথাকে, অথচ যিকোনো এটাৰ বা দুটাৰ প্ৰাধান্য বেছি পৰিমাণে থাকে তেনে শিল্প বা সাহিত্য দীৰ্ঘস্থায়ী বা জনপ্ৰিয় হব নোৱাৰে, অৱশ্যে যিকোনো এটা বৈশিষ্টৰ প্ৰাধান্য থকা এটা সৃষ্টিয়ো সাময়িকভাৱে কোনো এটা বিশেষ অংশৰ জনসাধাৰণৰ মাজত জনপ্ৰিয়তা অৰ্জন কৰিব পাৰে আৰু তেনে এটা সৃষ্টি প্ৰকৃততে শিল্প নহলেও 'শিল্প-সৃষ্টি' বুলিয়ে সাময়িকভাৱে খ্যাতি অৰ্জন কৰিব পাৰে।

'পূৰ্ণাঙ্গ শিল্প-সৃষ্টি তাকেই বোলা হয় যাৰ বিষয়-বস্তু গুৰুত্বপূৰ্ণ তাৎপৰ্যমণ্ডিত আৰু সেই কাৰণেই নৈতিক। এই পৰ্যায়ৰ শিল্পৰ প্ৰকাশ হব সম্পূৰ্ণ পৰিচ্ছন্ন, সকলোৰে বাবে সুখবোধ্য আৰু সুন্দৰ। শিল্পকাৰ্যৰ লগত স্ৰষ্টাৰ সম্পৰ্ক হব সম্পূৰ্ণ আন্তৰিক আৰু স্বতঃস্ফূৰ্ত আৰু সেই কাৰণেই সি হব প্ৰকৃতিৰ অনুসাৰী।"

"শিল্প-সৃষ্টিৰ মৌলিক চৰ্ত হ'ল শিল্পীয়ে কিবা এটা অভিনৱ আৰু গুৰুত্বপূৰ্ণ বিষয় সম্পৰ্কে সচেতন হব লাগিব আৰু সেই কাৰণে যথাৰ্থ শিল্পী হব লাগিলে

অতীতৰ নিচিনা ভৱিষ্যত সম্পৰ্কেও শিল্পীয়ে সম্পূৰ্ণ নতুন আৰু গুৰুত্বপূৰ্ণ কিবা এটা অনুভৱ কৰিবলৈ সমৰ্থ হব লাগিব। অভিনৱ বস্তুৰ স্বৰূপ সম্পৰ্কে জ্ঞান লাভ কৰিবলৈ হলে শিল্পীৰ কাৰণে প্ৰয়োজন পৰ্যবেক্ষণ, মনন আৰু জীৱনৰ বৈচিত্ৰ্য সম্পৰ্কে মনোযোগী অন্তদৃষ্টি। তাৰ লগে লগে যিবোৰ তুচ্ছ বিষয়ে জীৱনৰ গভীৰতাত প্ৰবেশ কৰাত আৰু একাগ্ৰচিত্তে ধ্যানমগ্ন হোৱাত বাধা দিয়ে, শিল্পীয়ে সেইবোৰৰ পৰা নিজৰ জীৱনক মুক্ত কৰি ৰাখিব লাগিব। শিল্পীয়ে যিবোৰ অভিনৱ বস্তু দেখে সেইবোৰৰ গুৰুত্বপূৰ্ণ ৰূপ দিবলৈ হলে শিল্পীয়ে নিশ্চয় নৈতিক দিশবোৰৰ পোহৰ পাব লাগিব বা নীতি বিচাৰত অভ্যস্ত হব লাগিব। স্বাৰ্থপৰ সংকীৰ্ণ জীৱনৰ ওপৰলৈ উঠিব লাগিব আৰু মনুষ্যত্বপূৰ্ণ সাধাৰণ জীৱন প্ৰবাহৰ অংশীদাৰ হব লাগিব।"

শিল্প-প্ৰকাশৰ সম্পৰ্কে টলষ্টয়ৰ কথা হ'ল: 'নতুন বিষয়টো সকলোৰে বোধ গম্য কৰি প্ৰকাশ কৰাৰ সামৰ্থ তেওঁ অৰ্জন কৰিব লাগিব। তাৰ কাৰণে তেওঁ এনে শিল্প কৌশল আয়ত্ব কৰিব লাগিব যে খোজ কঢ়াৰ সময়ত নিউটনৰ গতি সূত্ৰৰ ( Law of Motion ) বিষয়ে ভাবিবৰ যেনেকৈ প্ৰয়োজন নহয়, তেনেকৈ শিল্প-সৃষ্টিৰ সময়তো যেন তেওঁ শিল্প-কৌশলৰ সূত্ৰ সম্পৰ্কে ভাবিব লগীয়াত নপৰে। খোজ কাঢ়োতে যেনেকৈ কোনো মানুহৰ পক্ষে খোজ কঢ়াৰ সম্পৰ্কে ভবা বা নিজৰ খোজ কঢ়া ভঙ্গীৰ প্ৰশংসা কৰাটো উচিত নহয়, শিল্পীৰ পক্ষেও তেনেকৈ নিজৰ কাজক বিষয়-বস্তুৰ পৰা পৃথকভাৱে প্ৰশংসা কৰা নাইবা তেওঁৰ কৌশলটোকে উদ্দেশ্যত পৰিণত কৰা কোনো ক্ৰমেই উচিত নহয়। শিল্পীৰ একমাত্ৰ কৰ্ত্তব্য নিজৰ বিষয়টো স্বচ্ছভাৱে প্ৰকাশ কৰা যাতে সেইটো সকলোৰে কাৰণে বোধগম্য হয়।'

শিল্প-সাহিত্য সম্বন্ধে টলষ্টয়ৰ মাত্ৰ কেইআষাৰমান কথাৰ উদ্ধৃতি ওপৰত দিয়া হ'ল। তেওঁৰ এই মতামত, সূত্ৰ, ব্যাখ্যা আদি যদিও প্ৰায় শতাধিক বছৰ আগৰ, সেইবোৰৰ গুৰুত্ব আজিও একেদৰেই আছে। আজিও শিল্প-সাহিত্যৰ ক্ষেত্ৰত সেই একেবোৰ প্ৰশ্নই নতুন নতুন ৰূপত উত্থাপিত হৈ আছে। শিল্প-সাহিত্যৰ সৃষ্টি হয় কিয়? শিল্পী সাহিত্যিকসকলৰ কিবা এটা অভিনৱ উপলব্ধি তাৰ মাজেদি প্ৰকাশ পায়। সেই উপলব্ধি তেওঁলোকৰ কিয় হয়, কিয় তেওঁলোকে প্ৰকাশ কৰে; আন মানুহৰ সেইবোৰ কি কামত লাগে, তেওঁলোকে নিজৰ উদ্দেশ্যেই প্ৰকাশ কৰে নে আনৰ উদ্দেশ্যে প্ৰকাশ কৰে, কি প্ৰকাশ কৰে সেইটোৱে মুখ্য নে কেনেকৈ প্ৰকাশ কৰে সেইটোৱে মুখ্য ইত্যাদি প্ৰশ্ন শিল্প-সাহিত্যৰ প্ৰসঙ্গত

আজিও বিতৰ্কমূলক হৈয়ে আছে। মানৱ সমাজৰ বিভিন্ন স্তৰত শিল্প-সাহিত্যাই কেনে ধৰণৰ বৰঙণি যোগাই আহিছে সেই বিষয়ে এটা থুলমূল ধাৰণা কৰাৰ কাৰণেও এই বিতৰ্কবিলাকৰ কিছু কিছু জনাৰ আৱশ্যক আছে।

(গ) মেক্সিম গোৰ্কী :

সমাজতান্ত্রিক যুগৰ খ্যাতনামা ৰুছ সাহিত্যিক মেক্সিম গোৰ্কীয়ে সাহিত্য সম্বন্ধে কোৱা কেইষাৰমান কথাৰ উদ্ধৃতিৰ মাজেদি তেওঁৰ ধাৰণা আৰু মতামত বিলাকো পাঙি ধৰাৰ চেষ্টা কৰা হওক।

'মানুহৰ বাহিৰে আন একোকে বুজিবৰ মোৰ আগ্ৰহ নাই। মানুহক বুজাৰ কাৰণে কিতাপেই হ'ল বন্ধুত্বপূৰ্ণ আৰু উদাৰ সহায়ক। যিসকল অধ্যান্ত বীৰ পুৰুষে এই পৃথিবীৰ আটাইবোৰ সুন্দৰ আৰু মহৎ বস্তুকে সৃষ্টি কৰিছে সেই-সকলৰ প্ৰতি মোৰ গভীৰতম শ্ৰদ্ধা সদায় আছে।'

(Maxim Gorky : on Books)

'মই যিমানেই পঢ়ো সিমানেই কিতাপবোৰে মোক পৃথিবীখনত আবদ্ধ কৰি আনে আৰু জীৱনটো মোৰ কাৰণে বৈচিত্ৰ্যপূৰ্ণ আৰু অৰ্থপূৰ্ণ হৈ পৰে। মই জানিব পাৰিলো যে পৃথিবীত এনে মানুহ আছে যিবোৰৰ জীৱন মোতকৈও বেয়া আৰু কষ্টকৰ। এইবোৰে মোক শান্তনা দিছিল যদিও মোৰ জীৱনৰ চাৰিও ফালে আগুৰি থকা আহুকালবোৰক মই মানি লোৱা নাছিলো। মই এনে সুখী মানুহ কিছুমানৰ বিষয়েও জানিব পাৰিলো যিবোৰে জীৱনত মোৰ নিচিনা আহু-কাল মুঠেই পোৱা নাই। প্ৰায় আটাইবোৰ কিতাপৰ পাতেই মোক এটা অস্পষ্ট অথচ এৰিব নোৱাৰা বাতৰি দিব ধৰিলে যিবোৰে মোক ব্যাকুল কৰি তুলিলে, মোক কিবা এটা অজান পথেৰে যাবলৈ হাত বাউলি দিব ধৰিলে আৰু মোৰ অন্তৰত বিন্ধিব ধৰিলে। সকলো মানুহেই যিকোনো এক ধৰণে কষ্ট ভুগি আছে; সকলোৱে জীৱনত সন্তুষ্ট হব পৰা নাই, সকলোৱে কিবা এটা ভালৰ কাৰণে অন্বেষণ কৰি আছে আৰু এইটোৱেই সকলো মানুহকে মোৰ ওচৰ চপাই আনিলে আৰু সকলো মানুহকে বেছি বোধগম্য কৰি তুলিলে। কিতাপবিলাকে মোৰ চকুত গোটেই পৃথিবীখনকেই কিবা এটা ভালৰ আশা কৰি পেলাই থকা হা-হুমুনিয়াহ যেন কৰি তুলিলে। কিতাপবোৰত মোৰ চকু আৰু মন নিবেশ কৰিলেই কথা আৰু চৰিত্ৰৰ কাগজেৰে মেৰিয়াই থোৱা কিছুমান আত্মাই যেন পুনৰ জীৱন পাই মোৰ আগলৈ ওলাই আহে।"

(Maxim Gorky : How I studied)

"মই লক্ষ্য কৰিছো যে মোৰ বেয়া দিনবোৰত যেতিয়া জীৱন মোৰ কাৰণে দুঃসহ হৈ উঠে আৰু মোৰ জীৱনত ভেনে দিনেই বেছি পৈছে, এটা যৌৱনসুলভ হাবকিউলিয়ান আগ্ৰহেৰে জীৱনৰ পথৰ পৰা হেঙাৰবোৰ আঁতৰ কৰাৰ কাৰণে এটা সাহস আৰু জেদৰ ভাব আহিব ধৰিলে।

আজি পঞ্চাশ বছৰ বয়সতো মোৰ সেই সাহস আৰু জেদ আছে আৰু মই নমৰালৈকেই থাকিব। মোৰ এই গুণটোৰ কাৰণে মই সেই কিতাপবোৰৰ ওপৰত ঋণী, য'ত মানুহৰ বিকাশমান আত্মাৰ দুখৰ হুমুনিয়াহ আৰু পীড়নবোৰ প্ৰতিফলিত হৈছে, যি বিজ্ঞান হ'ল মানুহৰ মনৰ কবিতা আৰু যি সাহিত্য হ'ল মানুহৰ হৃদয়ৰ কবিতা।"

(Maxim Gorky : How I studied)

ওপৰৰ উদ্ধৃতি কেইআৰাৰ পৰাই পৰিষ্কাৰভাৱে ওলায় আহে মেক্সিম গোৰ্কীয়ে সাহিত্যক কি বুলি গণ্য কৰিছিল, সাহিত্যৰ বিষয়-বস্তু কি ধৰণৰ হয় বুলি ভাবিছিল আৰু তেওঁৰ নিজৰ জীৱনত সাহিত্যই কি ধৰণে প্ৰভাৱ বিস্তাৰ কৰিছিল।

সাহিত্যত কল্পনা আৰু অন্তৰ্দৃষ্টিৰ অপৰিহাৰ্যতা সম্পৰ্কত গোৰ্কীয়ে কৈছে, 'মানুহৰ শ্ৰম আৰু মানুহৰ সৃষ্টিৰ ইতিহাস মানুহৰ ইতিহাসতকৈ বহুত বেছি মনোগ্ৰাহী আৰু গুৰুত্বপূৰ্ণ। মানুহ এশ' বছৰৰ ভিতৰতে মৰি যায়, কিন্তু মানুহৰ সৃষ্টি বহু শতাব্দী ধৰি জীয়াই থাকে। বিজ্ঞানৰ প্ৰচুৰ আবিষ্কাৰ আৰু দ্ৰুত বিকাশৰ প্ৰধান কাৰণ হ'ল বৈজ্ঞানিকসকলৰ নিজ নিজ বিষয়ত বিকাশৰ ইতিহাস সম্পৰ্কে থকা জ্ঞান। বিজ্ঞান আৰু সাহিত্যৰ মাজত বহুতো মিল আছে। দুয়োটাতে পৰ্যবেক্ষণ, বিজনি আৰু অধ্যয়নে এটা মুখ্য ভূমিকা লয়। বৈজ্ঞানিক আৰু সাহিত্যিক উভয়ৰে কল্পনা শক্তি আৰু অন্তৰ্দৃষ্টিৰ প্ৰয়োজন।'

(Maxim Gorky : How I learnt to write)

'বৰ্ত্তি থকাৰ কাৰণে চলোৱা সংগ্ৰামত আত্মৰক্ষাৰ প্ৰৱণতাই মানুহৰ দুটা বিশেষ গুণ বিকশিত কৰিছে—জ্ঞান আৰু কল্পনা। জ্ঞান হ'ল যিকোনো বস্তুকে বুজাৰ ক্ষমতা—তাৰ মানে হ'ল যিকোনো প্ৰাকৃতিক আৰু সামাজিক বস্তু বা ঘটনাকে পৰ্যবেক্ষণ কৰা, তুলনা কৰা আৰু অধ্যয়ন কৰাৰ ক্ষমতা আৰু একেষাৰ কথাতে কবলৈ হলে জ্ঞান মানেই হ'ল চিন্তা। কল্পনাও হ'ল বিশ্বজগত সম্পৰ্কে এক ধৰণৰ চিন্তাই, কিন্তু এই চিন্তা হ'ল ভাবমূৰ্ত্তিৰ জৰিয়তে চলোৱা চিন্তা।

এইদৰেও কব পাৰি যে কল্পনা হ'ল প্ৰকৃতিৰ যি কোনো বস্তু বা ঘটনাত মানবীয় গুণ, মানবীয় অনুভূতি, আনকি মানুহৰ উদ্দেশ্যকো আৰোপ কৰিব পৰা ক্ষমতা।

"বতাহৰ জিৰ জিৰণি বা হুমুনিয়াহ", "জোনৰ নীৰৱ পোহৰ", 'নিজৰাৰ কল কল ধ্বনি', 'নদীৰ হুৰহুৰণি' ইত্যাদি ধৰণৰ কথাবোৰ আমি সদায় শুনো আৰু কওঁ। এই আটাইবোৰৰে উদ্দেশ্য হ'ল প্ৰাকৃতিক দৃশ্যবোৰক বেছি স্পষ্টকৰি তোলা।'

(Maxim Gorky : How I learnt to write)

'চৰিত্ৰ আৰু প্ৰতীক সৃষ্টি কৰিব বিচৰা সাহিত্য সৃষ্টিৰ কাৰণে কল্পনা আৰু অন্তৰ্দৃষ্টিৰ প্ৰয়োজন। এজন দোকানী, এজন চৰকাৰী কৰ্মচাৰী বা এজন শ্ৰমিকৰ চৰিত্ৰ চিত্ৰিত কৰোতে সাহিত্যিকজনে যদি অকল এজন তেনে মানুহৰ হুবহু জীৱন-টোৰ বৰ্ণনা কৰে, তেন্তে সেইটো কেৱল এখন ফটোগ্ৰাফেই হব, তাত কোনো সামাজিক গুৰুত্ব নাথাকে আৰু তাৰ দ্বাৰা মানুহ বা জীৱন সম্পৰ্কে কোনো জ্ঞান বৃদ্ধি হব নোৱাৰে।

কিন্তু সাহিত্যিকে যদি তেনে বিশ, পঞ্চাশ বা এশ'জন দোকানী, কৰ্মচাৰী বা শ্ৰমিকৰ শ্ৰেণী চৰিত্ৰ, অভ্যাস, ৰুচি, ভাৱধাৰা, বচনভঙ্গী আদিক অধ্যয়ন কৰি, এই আটাইবোৰৰে বিশেষত্ববিলাকৰ সাধাৰণখিনি আৰোপ কৰি এজন দোকানী, এজন কৰ্মচাৰী বা এজন শ্ৰমিকৰ চৰিত্ৰ সৃষ্টি কৰিব পাৰে তেন্তে সেইটোহে হব এটা 'প্ৰতীক' আৰু সেয়ে কলা। সাহিত্যিকৰ সুদূৰ-প্ৰসাৰী পৰ্য-বেক্ষণ আৰু তেওঁৰ মানৱজীৱন সম্বন্ধে থকা অভিজ্ঞতাৰ প্ৰাচুৰ্যই সাহিত্যিকক যিকোনো তথ্য সম্বন্ধে থকা তেওঁৰ 'মনোগত' দৃষ্টিভঙ্গীকে আঁতৰাই দিয়ে।'

(Maxim Gorky : How I learnt to write)

বিভিন্ন যুগৰ খ্যাতনামা কিছুমান সাহিত্যিকৰ সাহিত্য অধ্যয়ন কৰি গোৰ্কীয়ে এটা সাধাৰণ মতত উপনীত হৈছিল। সমাজতে সাহিত্যিকৰ জন্ম হয়, সমাজতে তেওঁ বাচি থাকে আৰু সমাজত সমসাময়িক কালত ক্ৰিয়া কৰি থকা সকলো শক্তিৰে প্ৰভাৱ সাহিত্যিকৰ ওপৰত পৰে। মানুহৰ জীৱনৰ সমস্যা সমাধান কৰি মানৱ জীৱন সুখকৰ কৰা আৰু উন্নত কৰাৰ অদম্য হেঁপাহেই সাহিত্যিকক তথা সকলো শিল্পীকে শিল্পী সৃষ্টি বা সাহিত্য সৃষ্টিৰ কাৰণে অনুপ্ৰাণিত কৰে। সমসাময়িক সমাজৰ সমস্যা-বোৰৰ সম্পৰ্কত সাহিত্যিক কোনো মতেই অজ্ঞ বা উদাসীন হৈ থাকিব নোৱাৰে। সেইবোৰৰ সম্পৰ্কে জ্ঞান আৰু সেইবোৰৰ সমাধানৰ কাৰণে অদম্য হেঁপাহ নাথাকিলে প্ৰকৃত সাহিত্য সৃষ্টি হব নোৱাৰে। সেইবোৰ সম্পৰ্কে জ্ঞান যিমানেই বেছি হয়,

সমাধান কৰাৰ হেপাহ যিমানেই তীব্ৰ হয়, সাহিত্যিকৰ সৃষ্টিও সেই পৰিমাণেই উন্নত হয়, সাৰ্বজনীন হয় আৰু কালজয়ী হয়। তেওঁ কৈছিল: "এই কথাটো উপলব্ধি কৰা অত্যন্ত জৰুৰী যে অনাদি কালৰ পৰাই মানুহৰ আত্মাক য'তে যিদৰে আছে সেইদৰেই আৱদ্ধ কৰি ৰখাৰ কাৰণে সকলো ক্ষেত্ৰতে এখন জাল তৈয়াৰ কৰা হৈছে। আনহাতে তাৰ লগে লগে সকলো সময়তে সকলো ঠাইতে এনে কিছুমান মানুহৰো আবিৰ্ভাৱ হৈছে যিসকলে তেওঁলোকৰ কৰ্মৰ দ্বাৰা মানুহক অন্ধ বিশ্বাস, পক্ষপাতিতা, কু-সংস্কাৰ আদিৰ পৰা মুক্ত কৰাৰ চেষ্টাকে নিজৰ জীৱনৰ লক্ষ্য হিচাবে লৈ আহিছে। 'অত্যন্ত জৰুৰী কথা এটা আমি জনা উচিত যে মানুহক ক্ষুদ্ৰ স্বাৰ্থৰ প্ৰতি আসক্ত কৰাৰ যেনেকৈ চেষ্টা চলি আহিছে, তেনেকৈয়ে এনে কিছুমান বিদ্ৰোহীয়ো সদায় ওলাই আছে যিসকলে তেওঁলোকৰ চাৰিওফালে বিয়পি থকা মানুহবোৰক জীৱনৰ ক্ষুদ্ৰ স্বাৰ্থ আৰু নীচ প্ৰবৃত্তিবোৰৰ পৰা ওপৰলৈ নিয়াৰ চেষ্টা চলাই আছে। এইটোও আমাৰ কাৰণে জৰুৰীভাৱে বুজা উচিত যে যি শ্ৰেণীসমাজ, যি বুৰ্জোৱা সমাজে শ্ৰমজীৱী জনসাধাৰণক লোভ, হিংসা, দ্বেষ, কৰ্ম বিমুখতা আদিলৈ অধঃপতিত কৰিছে আৰু জীৱনৰ সেই শোচনীয় অৱস্থাতে তেওঁলোকক সন্তুষ্ট, মোহগ্ৰস্থ আৰু আবদ্ধ কৰি ৰখাৰ কাৰণে চেষ্টা চলাই আছে, সেই সমাজৰ ওপৰত, সেই অৱস্থা অতিক্ৰম কৰি শ্ৰমজীৱি জনসাধাৰণক উন্নত জীৱনলৈ আগুৱাই নিব বিচৰা সকলেইহে সদায় জয়লাভ কৰে।"

(Maxim Gorky : How I studied)

ওপৰোক্ত উদ্ধৃতি কেইটাৰ মাজেদি গোৰ্কীৰ সাহিত্য সম্বন্ধে দৃষ্টিভঙ্গী স্পষ্টভাৱে ওলাই আহিছে। মানৱ জীৱনক উন্নত স্তৰলৈ আগুৱাই নিয়া, য'তে আছে তাতেই আৱদ্ধ কৰি ৰাখিব বিচৰা কু-সংস্কাৰ, অন্ধবিশ্বাস আদিৰ বিৰুদ্ধে বিদ্ৰোহ কৰা মানুহবোৰৰ মাজৰ পৰাই সাহিত্যিকৰ সৃষ্টি হয় আৰু সেই বিদ্ৰোহেই হ'ল সাহিত্যিকৰ কল্পনা, অনুভূতি, উপলব্ধিৰ প্ৰধান সমল।

সাহিত্যত প্ৰচলিত প্ৰৱণতা, বাস্তৱতা আৰু ভাৱ-বিলাসিতাৰ প্ৰসঙ্গত মেক্সিম গোৰ্কীয়ে কৈছিল: 'সাহিত্যত দুই ৰকমৰ প্ৰৱণতা বা মতবাদ প্ৰচলিত আছে— বাস্তৱতা আৰু ভাৱ-বিলাসিতা (Realism and Romanticism)। বাস্তৱতা মানে মানুহক আৰু মানৱ জীৱনৰ অৱস্থাক সত্যনিষ্ঠভাৱে কোনো ধৰণে বিকৃত নকৰাকৈ দাঙি ধৰা। ভাৱ-বিলাসিতাৰ বহু ধৰণৰ সূত্ৰ ওলাইছে, কিন্তু সাহিত্যৰ

ইতিহাস বচোতাসকলৰ আটাইকে সন্তুষ্ট কৰিব পৰা এটা সূত্ৰ আজিলৈ ওলোৱা নাই। ভাৱ-বিলাসিতাৰ পৰস্পৰ-বিৰোধী দুটা প্ৰৱণতা স্পষ্টভাৱে পৰিলক্ষিত হৈছে—সক্ৰিয় আৰু নিষ্ক্ৰিয়। নিষ্ক্ৰিয় ভাৱ-বিলাসিতাই মানুহৰ জীৱনৰ প্ৰচলিত অৱস্থাটোকে সুন্দৰভাৱে সজাই পৰাই সেইটোতে সন্তুষ্ট কৰি ৰখাৰ চেষ্টা কৰে নাইবা জন্ম, মৃত্যু, প্ৰেম আদি মানুহৰ আধ্যাত্মিক সমস্যাবোৰক মানুহৰ দ্বাৰা সমাধানৰ অতীত বুলি অৱতাৰণা কৰে, সেইবোৰকেই মানৱ জীৱনৰ কাৰণে অত্যন্ত গুৰুতৰ বুলি দাঙি ধৰে। বিজ্ঞানত বাহিৰে আন কোনো কল্পনা বা আকাংখ্যাৰে বুজিব নোৱাৰা এই সমস্যাবোৰকেই একমাত্ৰ জীৱনৰ সমস্যা বুলি অভিহিত কৰি অকল সেইবোৰ-তেই মানুহৰ চিন্তা শক্তিক আবদ্ধ কৰি ৰাখে আৰু বাস্তৱ পাৰিপাৰ্শ্বিক অৱস্থা-বোৰৰ বিষয়ে চিন্তা কৰাৰ পৰা মানুহক আঁতৰাই ৰাখিব বিচাৰে। আনহাতে সক্ৰিয় ভাৱ-বিলাসিতাই মানুহৰ জীয়াই থকাৰ ইচ্ছাক বলিষ্ঠ কৰি তুলিব বিচাৰে, জীৱনৰ বাস্তৱ অৱস্থাবোৰে জাপি দিয়া সকলো হেঙাৰকে আঁতৰ কৰি আগুৱাই যাবলৈ অনুপ্ৰেৰণা দিয়ে।

(Maxim Gorky : How I learnt to write)

সংস্কৃতিৰ বিকাশ মানৱ জাতিৰ উৎপাদন ব্যৱস্থাৰ তথা জীয়াই থকাৰ সংগ্ৰামৰ লগত তাল মিলাইহে আগবাঢ়িছে বুলি মেক্সিম গোৰ্কীয়ে বিভিন্ন যুক্তিৰে প্ৰতিপন্ন কৰিছে। সমাজৰ আদিম অৱস্থাত যেতিয়া মানৱ সমাজৰ উৎপাদন সম্পৰ্কবোৰ সমূহীয়া আছিল, তেতিয়া শিল্প সাহিত্যৰ বিকাশো সমূহীয়াভাৱেই হৈছিল। বহুতো অখ্যাত শিল্পীয়ে লোকগীত, ফকৰা, যোজনা, উপকথা আদিৰ সৃষ্টি কৰিছিল আৰু সেই আটাইবোৰকে সমাজৰে সৃষ্টি বুলি গণ্য কৰিছিল। জনসাধাৰণে নিজৰ সকলো আশা আকাংখ্যা, সৌন্দৰ্যবোধ আৰু সম্ভাব্য শক্তিকে আৰোপ কৰি কিছুমান নায়কৰ ভাৱমূৰ্ত্তি গঢ়ি তুলিছিল আৰু সেই ভাৱমূৰ্ত্তিবিলাকেই বিভিন্ন দেশৰ বিভিন্ন ধৰণৰ উপকথাৰ মাজেদি আজিও মানৱ সমাজত সাংস্কৃতিক প্ৰভাৱ বিস্তাৰ কৰি আছে। প্ৰকৃতিক জয় কৰি নিজৰ জীৱন সুগম আৰু সুখকৰ কৰাৰ কল্পনাক অৱলম্বন কৰি প্ৰকৃতিৰ বিৰুদ্ধে সংগ্ৰামৰত জনসাধাৰণেই এইবোৰৰ সৃষ্টি কৰিছিল। কিন্তু মানৱ সমাজৰ এটা উন্নত স্তৰত এই সংগ্ৰাম পৰিচালনাৰ কাৰণে সমাজে বিভিন্ন অঞ্চলত বিভিন্ন ধৰণে কিছুমান নেতা বা পৰিচালক বাছি লবলগীয়াত পৰিছিল। কালক্ৰমত এই নেতা বা পৰিচালকসকলে নিজৰ ক্ষমতাক চিৰস্থায়ী কৰাৰ প্ৰয়াসেৰে জনসাধাৰণৰ সেৱা কৰাৰ পৰিৱৰ্তে তেওঁলোকৰ সেৱকৰ পৰ্য্যায়ত জনসাধাৰণকহে পেলালে। জনসাধাৰণে নিজক পৰিচালনা কৰাৰ কাৰণে বাছি

লোৱা নেতাজনৰ হাতত জনসাধাৰণৰ সকলো অভিজ্ঞতা, সকলো কল্পনা, সকলো আশাকে সমৰ্পণ কৰি তেওঁকেই সমস্ত জন-সাধাৰণৰ প্ৰতীক কৰি তোলা আৰু পৰৱৰ্তী কালত জনসাধাৰণৰ পৰা পোৱা সকলো অভিজ্ঞতা, সকলো সৃষ্টি ক্ষমতাকে এই নেতাবোৰে তেওঁৰ নিজৰ বুলি জনসাধাৰণক প্ৰতীয়মান কৰিবলৈ চলোৱা চেষ্টা, এই আটাইবোৰেই মানৱ সমাজৰ সংস্কৃতিৰ বিকাশৰ গতিকে সলনি কৰি দিছে। জনসাধাৰণৰ পৰা পোৱা শক্তিৰে জনসাধাৰণক দমন কৰিবলৈ চলোৱা এই প্ৰচেষ্টাত জনসাধাৰণৰ বহুতো ব্যক্তিয়ে বিদ্ৰোহ কৰিছিল আৰু আজিও বিদ্ৰোহ কৰি আছে। সমাজৰ শক্তিক ব্যক্তিৰ হাতত অৰ্পণ কৰা, ব্যক্তিয়ে সেই শক্তি আত্মসাৎ কৰি সমাজকে তেওঁৰ তলতীয়া কৰিব বিচৰা, সমাজৰ বহুতেই তাৰ বিৰুদ্ধে বিদ্ৰোহ কৰা, সেই বিদ্ৰোহবোৰক নানা কৌশলেৰে দমন কৰা এই আটাইবোৰেই মানৱ সমাজৰো ইতিহাস ৰচনা কৰিছে, সংস্কৃতিৰো ইতিহাস ৰচনা কৰিছে। সমাজৰ শিল্প-কলা-সাহিত্য সকলোৱে এই অনবৰত চলি থকা সংগ্ৰামৰ প্ৰতিফলন বহন কৰি আনিছে আৰু আজিও আনি আছে।

সকলো সংস্কৃতি আৰু সাহিত্যৰ যাই স্ৰষ্টা হ'ল সমাজৰ জনসাধাৰণ। প্ৰকৃতিৰ লগত জীয়াই থকাৰ সংগ্ৰামৰ মাজেদিয়ে শ্ৰমৰত জনসাধাৰণৰ চেতনাৰ বিকাশ হৈছে, সৌন্দৰ্যবোধ জাগিছে আৰু দৈনন্দিন জীৱনৰ সকলো কৰ্ম, সকলো চিন্তাতে সৌন্দৰ্যবোধ প্ৰয়োগ কৰি সংস্কৃতি গঢ়ি তুলিছে। সাহিত্যৰ ক্ষেত্ৰতো সকলো যোজনা, সকলো ফকৰা, উপকথা, লোকগীত আদিৰ মাজেদি জনসাধাৰণৰ অবদান স্পষ্টভাৱে ওলাই আহিছে। সাহিত্যৰ মূল প্ৰকাশভঙ্গী হ'ল 'ভাৱমূৰ্তি'ৰ সৃষ্টি। বিভিন্ন উপকথাৰ মাজেদি যুগ যুগ ধৰি জনসাধাৰণে যিবোৰ 'ভাৱমূৰ্তি' গঢ়ি তুলি জীৱনৰ অভিজ্ঞতা আৰু কামনা তথা উপলব্ধি ব্যক্ত কৰি গৈছে, সেইবোৰক অৱলম্বন কৰিয়ে বিভিন্ন দেশৰ খ্যাতনামা কবি, সাহিত্যিকসকলে মহৎ মহৎ সাহিত্য সৃষ্টি কৰিছে। এই প্ৰসঙ্গত গোৰ্কীয়ে কোৱা কেই আৰাৰমান কথা হ'ল —'সকলো দেশৰে মহৎ মহৎ কবিসকলৰ শ্ৰেষ্ঠ সৃষ্টিবোৰ জনসাধাৰণৰ সমূহীয়া সৃষ্টিৰ ভৰালত ঋণী। সেই ভৰালটোৱে অতি প্ৰাচীন কালৰ পৰাই সকলো কাব্যকে আটাইবোৰ জনপ্ৰিয় আৰু খ্যাতিসম্পন্ন ভাৱমূৰ্তি আৰু প্ৰতীকৰ (Image and types) যোগান ধৰি আছে।

(Maxim Gorky : Articles on Literature

সেই একেটা প্ৰবন্ধতে আন এঠাইত আকৌ গোৰ্কীয়ে কৈছে— 'কলাকাৰসকল ব্যক্তি, কিন্তু সৃষ্টি শক্তি আছে অকল সমাজৰহে। —সমাজৰ পৰা বিচ্ছিন্ন

হৈ থাকিলে আৰু জনসাধাৰণক ঐক্যবদ্ধ কৰিব পৰা ধাৰণাবোৰৰ পৰা আঁতৰত থাকি অকল নিজৰ সমলখিনিৰ ওপৰতে নিৰ্ভৰ কৰি থাকিবলগীয়া হলে, যিকোনো ব্যক্তিয়ে এলেহুৱা হৈ পৰিব, সংৰক্ষণশীল হৈ পৰিব আৰু জীৱনৰ বিকাশৰ প্ৰতি বিমুখ হৈ পৰিব।

মানৱ সমাজ শ্ৰেণী বিভক্ত হৈ পৰাৰ আগলৈকে, ব্যক্তিগত সম্পত্তিৰ প্ৰচলন হোৱাৰ আগলৈকে মানৱ জাতিৰ সংস্কৃতি কৰ্মৰত জনসাধাৰণে স্বাভাৱিক জীৱন যাত্ৰাৰ পথতেই গঢ়ি তুলিছিল। মানৱ জাতিৰ একমাত্ৰ কামনা আছিল প্ৰকৃতিক বেছিকৈ বুজা, প্ৰকৃতিৰ শক্তিবোৰক বুজা আৰু নিয়ন্ত্ৰণ কৰা, প্ৰকৃতিৰ প্ৰতিকূল শক্তিবোৰক জয় কৰা আৰু মানুহৰ জীয়াই থকাৰ, বংশবৃদ্ধি কৰাৰ অৱস্থা সহজ আৰু সুগম কৰা আৰু জীৱন আনন্দময়, সুখময় কৰি তোলা। সংস্কৃতিৰ বিকাশো স্বাভাৱিক গতিত হৈ আছিল। প্ৰকৃতিৰ আধক শক্তি নিয়ন্ত্ৰণ কৰাৰ কল্পনা কৰিছিল আৰু সেই কল্পনাবোৰৰ ভেটিতে জনসাধাৰণে অসংখ্য ভাৱমূৰ্ত্তি গঢ়ি তুলি উপকথাবোৰৰ সৃষ্টি কৰিছিল, লোকগীত ৰচিছিল, কাব্য ৰচনা কৰিছিল। পৰৱৰ্ত্তী যুগত সমাজ শ্ৰেণী বিভক্ত হৈ পৰাত ক্ষুদ্ৰ এক শ্ৰেণীয়ে বিৰাট জনসাধাৰণক শোষণ কৰাৰ অৱস্থা আহি পৰিল, শাৰীৰিক আৰু মানসিক শ্ৰমৰ মাজত বিভাজন ঘটিল। শোষণ ব্যৱস্থা চিৰস্থায়ী কৰাৰ উদ্দেশ্যে ভাৱমূৰ্ত্তি আৰু সাহিত্য গঢ়ি উঠিব ধৰিলে, আনহাতে শোষণ ব্যৱস্থাৰ বিৰুদ্ধে সংগ্ৰাম কৰাৰ কল্পনাক লৈয়ো ভাৱমূৰ্ত্তি আৰু সাহিত্য গঢ়ি উঠিব ধৰিলে। সংস্কৃতিও দুটা পথেৰে আগবাঢ়িব ধৰিলে। শোষক শ্ৰেণী তথা শাসক শ্ৰেণীয়ে গঢ়ি তোলা সাহিত্য-কলা আদিয়ে প্ৰাধান্য লাভ কৰিলে যদিও শোষিত জনসাধাৰণৰ বিদ্ৰোহৰ কল্পনা আৰু অভিজ্ঞতাক লৈয়ো সাহিত্য, কলা সৃষ্টি হোৱাটো বন্ধ হোৱা নাছিল। এই প্ৰসঙ্গত গোৰ্কীয়ে কৈছিল—

'যেতিয়া হাত দুখনে মগজুক শিকায়, এই শিক্ষিত মগজে আকৌ নতুন জ্ঞানখিনিৰে হাতৰ ব্যৱহাৰ কৰে, এই উন্নত হাতে আকৌ মগজৰ অধিক বিকাশ সাধন কৰে, তেনে এটা অৱস্থাত মানুহৰ সংস্কৃতিক আৰু সামাজিক বিকাশ স্বাভাৱিক গতিত হৈ থাকে। আপোনালোকে জানে যে কিছুমান কাৰণত প্ৰাচীন কালতেই মানুহৰ সাংস্কৃতিক বিকাশৰ এই পথৰুদ্ধ হৈ গ'ল। মানসিক আৰু শাৰীৰিক শ্ৰমৰ মাজত বিভাজন ঘটিল আৰু মানুহৰ চিন্তা কৰ্মক্ষেত্ৰৰ পৰা বিচ্ছিন্ন হৈ গ'ল। বাস্তৱ কৰ্মক্ষেত্ৰত কাম কৰি থকা মানুহৰ মাজৰ পৰাই এদল কল্পনাজীৱী ওলাই আহিল যিসকলে বিশ্বজগতখনক আৰু মানুহৰ চিন্তাৰ বিকাশক

বিমূৰ্ত্ত কল্পনাৰে ব্যাখ্যা কৰিব আৰম্ভ কৰিলে আৰু এই কল্পনাবোৰৰ মানৱ জাতিৰ স্বাৰ্থ আৰু মঙ্গলৰ হকে কৰি থকা বাস্তৱ কাৰ্যকলাপবোৰৰ লগত কোনো সম্পৰ্ক নোহোৱা হৈ পৰিল।'

(Maxim Gorky : Address deliverred to the First All union Congress of Soviet writers. 1934)

সেই একেটা অভিভাষণৰে আন এঠাইত উপকথাবোৰত চিত্ৰিত চৰিত্ৰ আৰু ভাৱমূৰ্ত্তিবোৰৰ প্ৰসঙ্গত গোৰ্কীয়ে কৈছিল : "সকলো উপকথায়ে হ'ল একোটা কল্পনা। কল্পনাৰ অৰ্থ হ'ল এটা বাস্তৱ ঘটনাৰ মাজত নিহিত থকা মৌলিক ধাৰণাটো উলিয়াই অনা আৰু এটা ভাৱমূৰ্ত্তিৰ মাধ্যমেদি সেইটো প্ৰকাশ কৰা, যিটোৱে আমাক বাস্তৱভাৱ মাজলৈকেই ঘূৰাই আনে। কিন্তু যেতিয়া বাস্তৱ ঘটনাৰ লগত নিহিত থকা মৌলিক ধাৰণাটোক আমাৰ কামনা আৰু সম্ভাৱনাৰ ৰহণ সানি পৰিবৰ্দ্ধিত কৰা হয় আৰু সেইবোৰক ভাৱমূৰ্ত্তিটোৰ গাত আৰোপ কৰা হয়, তেতিয়াই আমি ভাৱ বিলাসিতাৰ মাজলৈ সোমাই যাও। উপকথাবোৰ এনে ভাৱ বিলাসিতাৰ সৃষ্টি আৰু সেইবোৰ মানুহৰ বাস্তৱৰ প্ৰতি এটা বৈপ্লৱিক মনোভাৱ সৃষ্টি কৰাত অত্যন্ত সহায়ক, কাৰণ তেনে মনোভাৱৰ দ্বাৰাইহে বাস্তৱিকতে পৃথিৱীখনক উন্নত কৰা হৈ আছে।"

## (ঘ) মুন্সী প্ৰেমচাঁন্দ :

ভাৰতৰ প্ৰগতিশীল লেখক সংঘৰ ১৯৩৬ চনত বহা প্ৰথম অধিৱেশনত সভাপতিত্ব কৰিছিল প্ৰেমচাঁন্দে। সেই অভিভাষণত তেওঁ সাহিত্যৰ স্বৰূপ, সাহিত্যৰ উদ্দেশ্য আৰু "প্ৰগতিশীল সাহিত্য মানে" কি বুজায় ইত্যাদি কিছুমান অতি গুৰুত্বপূৰ্ণ বিষয়ৰ একোটা চমু আভাস দিছিল। তেওঁৰ সেই অভিভাষণৰ পৰা কেইটামান উদ্ধৃতি এই সম্পৰ্কত নিশ্চয় প্ৰাসঙ্গিক হ'ব। তেওঁ সাহিত্যৰ সূত্ৰ সম্পৰ্কত কৈছিল : "সাহিত্যৰ বহুতো পৰিভাষা ওলাইছে। কিন্তু মোৰ বিচাৰত সাহিত্যৰ সৰ্বোত্তম পৰিভাষা হৈছে জীৱনৰ আলোচনা, সেই আলোচনা প্ৰবন্ধ কাহিনী বা কাব্যৰ যিকোনো আকাৰতে হ'ব পাৰে। এইবোৰৰ মাধ্যমেদি জীৱনৰ আলোচনা আৰু ব্যাখ্যা কৰা প্ৰয়োজন।" "কিন্তু মই কব নোখোজো যে যিহকে লিখা যায় সেয়ে সাহিত্য। সাহিত্য অকল তেনে ৰচনাকহে কোৱা যায়, য'ত কিবা এটা সত্য প্ৰকট কৰা হৈছে, যাৰ ভাষা পৰিণত, পৰিমাৰ্জিত আৰু সুন্দৰ ; য'ত হৃদয় আৰু

মস্তিষ্ক প্ৰভাৱান্বিত কৰাৰ গুণ আছে। জীৱনৰ সত্য অনুভূতিবিলাক ব্যক্ত হলেহে সাহিত্যত উপৰোক্ত গুণবিলাক সম্পূৰ্ণভাৱে প্ৰকাশ পাব পাৰে।"

সাহিত্যৰ উদ্দেশ্য সম্পৰ্কত প্ৰেমচাঁদে কৈছিল: "আমাৰ অনুভূতিবিলাকৰ তীব্ৰতা বৃদ্ধি কৰাই যে কাব্য আৰু সাহিত্যৰ উদ্দেশ্য তাত কোনো সন্দেহ নাই। কিন্তু মানুহৰ জীৱন কেৱল নৰ-নাৰীৰ প্ৰেম সম্পৰ্কীয় জীৱনেই হব নোৱাৰে। যি সাহিত্য কেৱল শৃঙ্গাৰৰ মনোভাৱ আৰু তাৰ কাৰণে ঘটা বিৰহ-বেদনা, নৈৰাশ্য আদিৰ বৰ্ণনাতে সীমাবদ্ধ, যি সাহিত্যই পৃথিৱী আৰু পৃথিৱীৰ সকলো প্ৰকাৰৰ দুখ কষ্টৰ পৰা পলায়নকে জীৱনৰ সাৰ্থকতা বুলি গণ্য কৰে সেইবোৰ কি সাহিত্য? শৃঙ্গাৰ হ'ল মানৱ জীৱনৰ এটা অংশ মাত্ৰ। যি সাহিত্যৰ অধিকাংশয়ে কেৱল এই ৰসৰ বৰ্ণনাতে নিযুক্ত, সেই সাহিত্য জাতিৰ আৰু যুগৰ গৰ্বৰ বস্তু হব নোৱাৰে আৰু কোনো সুৰুচিৰ পৰিচায়কো নহয়।"

"সাহিত্য নিজ কালৰ প্ৰতিবিম্ব। যিবিলাক ভাৱনা আৰু বিচাৰে মানৱ হৃদয়ক আন্দোলিত কৰে সেইবোৰেই সাহিত্যৰ ওপৰত নিজৰ ছাঁ পেলায়। যেতিয়া সাহিত্যই নশ্বৰ জীৱনৰ বং অধিক মাত্ৰাত প্ৰকাশ কৰে, নৈৰাশ্যৰ বোকাত পোত গৈ থাকে, সময় প্ৰতিকূল বুলি বিননি জোৰে বা শৃঙ্গাৰ ৰসৰ ভাৱালুতাত বিভোৰ হৈ থাকে, তেতিয়া হলে বুজিব লাগিব যে জাতি জড়তা আৰু অগভীৰ জীৱনবোধৰ জালত মেৰখাই পৰিছে আৰু জাতিৰ উদ্যোগ আৰু সংগ্ৰামশীলতাৰ শক্তি নিঃশেষ হৈ গৈছে। তেনে জাতিয়ে উচ্চাদৰ্শৰ ফালে চকু মুদি দিছে আৰু পৃথিৱীক পৰ্যবেক্ষন আৰু অনুধাবন কৰাৰ শক্তি হেৰুৱাই পেলাইছে।"

"নীতি-শাস্ত্ৰ আৰু সাহিত্য-শাস্ত্ৰৰ লক্ষ্য একেটাই, মাত্ৰ উপদেশবিলাকৰ বিধি-বিধানৰ ক্ষেত্ৰত হে পাৰ্থক্য আছে। নীতি-শাস্ত্ৰই তৰ্ক আৰু উপদেশৰ দ্বাৰা বুদ্ধি আৰু মনৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰাৰ যত্ন কৰে। সেই ক্ষেত্ৰত সাহিত্যই মানসিক অৱস্থাৰ আৰু জীৱনবোধৰ বিষয় বস্তু হে বাছি লৈছে। আমি জীৱনত যিহকে দেখো আৰু জীৱনত যিয়েই ঘটে, সেইবোৰৰ অনুভৱ আৰু আঘাত বিলাকেই কল্পনা ৰঞ্জিত হৈ সাহিত্য সৃষ্টিৰ প্ৰেৰণা যোগায়। কবি আৰু সাহিত্যিকৰ অনুভূতি যিমানেই তীব্ৰ হয় তেওঁৰ ৰচনাও সিমানেই আকৰ্ষণীয় আৰু উচ্চ পৰ্যায়ৰ হয়। যি সাহিত্যৰ দ্বাৰা আমাৰ ৰুচি উন্নত নহয়, আমি আধ্যাত্মিক আৰু মানসিক তৃপ্তি লাভ কৰিব নোৱাৰো, আমাৰ ভিতৰত শক্তি আৰু গতিৰ সৃষ্টি নহয়, আমাৰ সৌন্দৰ্য প্ৰেম জাগ্ৰত নহয়, সংকটৰ সময়ত বিজয় লাভৰ কাৰণে দৃঢ় সংকল্প গঢ়ি নুঠে, সেই সাহিত্য আজি আমাৰ কাৰণে নিৰৰ্থক, তাক সাহিত্য বুলিবৰ কোনো অধিকাৰেই নাই।"

"প্ৰকৃতি নিৰীক্ষণ আৰু নিজ অনুভূতিৰ তীক্ষ্ণতাৰ সাহায্যত সৌন্দৰ্যবোধ ইমান বাঢ়ি যায় যে সকলো অসুন্দৰ, অভদ্ৰ, অমানৱীয়তাকে সাহিত্যিকৰ অসহনীয় হৈ পৰে। তেতিয়া সাহিত্যিকে চিন্তা আৰু ভাষাৰ পূৰ্ণ প্ৰয়োগ কৰি সেই ভাব প্ৰকাশ কৰে। তেওঁ তেতিয়া মানৱতা, দিব্যতা আৰু ভদ্ৰতাৰ দৃঢ় প্ৰৱক্তা হৈ পৰে। সকলো দলিত আৰু বঞ্চিত ব্যক্তি আৰু গোষ্ঠীৰ সহায়ক হোৱা আৰু পক্ষ অৱলম্বন কৰাটো সাহিত্যিকৰ ধৰ্ম হৈ পৰে।"

প্ৰগতি আৰু প্ৰগতিশীল সাহিত্য সম্পৰ্কত প্ৰেমচান্দে কৈছে: "প্ৰগতিশীল লেখক সংঘ নামটোৱেই মোৰ মানত ত্ৰুটীপূৰ্ণ। সাহিত্যিক আৰু শিল্পী স্বভাবতঃ প্ৰগতিশীল। তেনে নহ'লে তেওঁ সাহিত্যিক হবই নোৱাৰে। তেওঁৰ অন্তৰত আৰু বাহিৰত এক প্ৰকাৰ অপ্ৰাপ্তি বা অভাৱবোধ আছেই। এই অভাৱ পূৰণ কৰাৰ কাৰণে তেওঁৰ আত্মা ব্যাকুল হৈ পৰে। নিজৰ কল্পনাত ব্যক্তি আৰু সমাজৰ স্বাচ্ছন্দ্যৰ যেনে অৱস্থা তেওঁ চাব বিচাৰে তেনে এটা অৱস্থা তেওঁ নেদেখে।

সেই কাৰণেই বৰ্ত্তমান সামাজিক আৰু মানসিক অৱস্থাৰ প্ৰতি ঠাই তেওঁৰ মন ক্ষুব্ধ হৈ উঠে। পৃথিবীখন যাতে জীৱন আৰু মৰণৰ কাৰণে উন্নততৰ হৈ উঠে, তাৰ কাৰণেই তেওঁ বৰ্ত্তমানৰ অপ্ৰিয় অৱস্থাবোৰৰ অবসান ঘটাব বিচাৰে। এই ধৰণৰ সকলো ভাৱনাই আৰু বেদনাই তেওঁৰ হৃদয় আৰু মস্তিষ্কক সদায় সক্ৰিয় কৰি ৰাখে।

এক ধৰণৰ সৰ্বগ্ৰাসী সামাজিক নিয়ম আৰু আচাৰৰ বন্ধনত মানুহে কষ্ট ভুগি থাকিব, অথচ সমস্ত শক্তিকে একত্ৰিত কৰি মানুহৰ দাসত্ব আৰু দৰিদ্ৰতাৰ অবসান ঘটাব নোৱাৰিব, এনে এটা অৱস্থা সহানুভূতি হৃদয়সম্পন্ন সাহিত্যিকে কেতিয়াও মানি লব নোৱাৰে। এই বেদনাবোধত সাহিত্যিক যি পৰিমাণে অস্থিৰ হৈ পৰে, সেই পৰিমাণে তেওঁৰ ৰচনাত শক্তি আৰু সত্যৰ সৃষ্টি হয়। নিজৰ অনুভূতিক তেওঁ কি পৰিমাণে ব্যক্ত কৰিব পাৰিছে, সেইটোৰ লগত তেওঁৰ কলাকুশলতাৰ ৰহস্য নিহিত হৈ থাকে।

"সংশোধনৰ যিটো অৱস্থাত মানুহ আছে, তাতোকৈ উন্নত অৱস্থালৈ আগবাঢ়ি যোৱাৰ প্ৰেৰণা মানুহৰ আছেই। আমাৰ দুৰ্বলতাবিলাক ৰোগৰ দৰে আমাৰ ভিতৰতে লুকাই থাকে। শাৰীৰিক স্বাস্থ্য যেনেকৈ প্ৰকৃতি নিৰ্ভৰ আৰু ৰোগ তাৰ বিপৰীত তেনেকৈ নৈতিক আৰু মানসিক স্বাস্থ্যও প্ৰকৃতি নিৰ্ভৰ। ৰোগী যেনেকৈ ৰোগত সন্তুষ্ট নহয়, তেনেকৈয়ে নৈতিক আৰু মানসিক বিপৰ্যয়তো আমি সন্তুষ্ট থাকিব নোৱাৰো। ৰোগীয়ে যেনেকৈ সদায় চিকিৎসক বিচাৰি ফুৰে,

তেনেকৈয়ে আমাৰ দুৰ্বলতাবিলাক দূৰ কৰি সংযমানুষ্ঠ হোৱাৰ চেষ্টা আমি সদায় চলাই থাকো। এই কাৰণেই আমি সাধু ফকিৰ বিচাৰি ফুৰো, পূজাপাঠ কৰো, প্ৰবীণ আৰু প্ৰাজ্ঞ লোকৰ শৰণাপন্ন হও, বিদ্বানসকলৰ ব্যাখ্যা শুনো আৰু সাহিত্য অধ্যয়ন কৰো।"

'উন্নতি মানে আমি সেই অৱস্থাৰ তাৎপৰ্যকে বুজো যিটো অৱস্থাত আমাৰ মনত দৃঢ়তা আৰু কৰ্মশক্তিৰ সৃষ্টি হয়। যিবোৰৰ দ্বাৰা আমি আমাৰ দুখৰ অৱস্থা সম্পৰ্কে সচেতন হও, কোনবিলাক আভ্যন্তৰীণ আৰু বাহ্যিক কাৰণত আমি বৰ্তমানৰ নিৰ্জীৱতা আৰু দুৰাৱস্থাত পতিত হৈছো আৰু সেইবোৰ দূৰ কৰাৰ কাৰণে কি চেষ্টাৰ দৰকাৰ সেইটোও বুজিব পাৰো।'

প্ৰগতিশীল সাহিত্যৰ স্বৰূপ বিশ্লেষণ কৰি প্ৰেমচান্দে উক্ত অভিভাষণৰ সামৰণিত কৈছিলঃ 'কিন্তু আমি সাহিত্যক কেৱল মনোৰঞ্জন আৰু বিলাসৰ বস্তু বুলি নাভাবো। আমাৰ কষ্টিপাথৰত উত্তীৰ্ণ হৈ যি সাহিত্য ৰচিত হব তাত উচ্চ চিন্তা থাকিব, স্বাধীনতাৰ ভাৱনা থাকিব, সৌন্দৰ্যৰ সাৰ থাকিব, সৃজনৰ আত্মা আৰু জীৱন সত্যৰ প্ৰকাশ থাকিব। সেই সাহিত্যই আমাৰ অন্তৰত গতি, সংগ্ৰামৰ ইচ্ছা আৰু ব্যাকুলতাৰ সৃষ্টি কৰিব। সুখ নিদ্ৰাৰ কাৰণে শয্যা ৰচনা কৰি নহয়, কাৰণ বৰ্ত্তমানে অধিক নিদ্ৰা হৈছে মৃত্যুৰ লক্ষণ।'

প্ৰেমচান্দৰ অভিভাষণৰ পৰা উপৰোক্ত উদ্ধৃতি কেইটাৰ মাজেদিয়ে, সাহিত্যৰ সংজ্ঞা, সাহিত্যৰ উদ্দেশ্য, প্ৰগতিশীল সাহিত্য মানে কি বুজায় ইত্যাদি বিষয়ত তেখেতৰ অভিমত স্পষ্টভাৱে ওলাই পৰিছে; তাত আৰু অধিক বিশ্লেষণৰ প্ৰয়োজন নাই।

(ঙ) অন্যান্য ভাৰতীয় আৰু অসমীয়া সাহিত্যিক সকলোৱো বহুতেই তেওঁলোকৰ লেখাৰ মাজেৰে সাহিত্যৰ সংজ্ঞা কিছুমান দিয়াৰ চেষ্টা কৰিছে। কিন্তু এইবোৰত আগেয়ে আলোচনা কৰি অহা সংজ্ঞাবোৰতকৈ বিশেষ একো নতুন বস্তু নাই। সাহিত্যই মানৱ সমাজৰ আৰু মানৱ সভ্যতাৰ অগ্ৰগতিৰ পথত কি ধৰণে বৰঙণি যোগাইছে, সমাজৰ লগত যে সাহিত্যৰ এটা অবিচ্ছেদ্য সম্পৰ্ক আছে, মানৱ সমাজৰ দৈনন্দিন জীৱন যাত্ৰাৰ সমস্যাবোৰেই যে সাহিত্যৰ সমল যোগাই আহিছে এই বিষয়ে প্ৰায় আটাইবোৰ সাহিত্যিকেই মৌলিকভাৱে একমত। সাহিত্যত যে সমাজ জীৱনৰ বাস্তৱ প্ৰতিফলন এটায়ে কল্পনাৰ ৰঙেৰে ৰঞ্জিত হৈ প্ৰকাশ লাভ কৰে সেই সম্পৰ্কত সাহিত্যিক আৰু দাৰ্শনিকসকলৰ বিশেষ কোনো দ্বিমত থকাটো পৰিলক্ষিত নহয়। মতানৈক্য মাথোন পৰিলক্ষিত হয় সাহিত্যিকে কিহৰ দ্বাৰা সাহিত্য সৃষ্টি কৰাৰ অনুপ্ৰেৰণা লাভ কৰে, সাহিত্যই কি ধৰণে সমাজৰে

অগ্ৰগতিত বৰঙণি যোগাই আহিছে, সাহিত্যৰ উদ্দেশ্য কি হোৱা উচিত, সাহিত্যিক সকলে সাহিত্য সৃষ্টিৰ ক্ষেত্ৰত কিবা শিক্ষা নীতি আদি গ্ৰহণ কৰা উচিত নে অকল স্বতঃ-স্ফূৰ্ত্ত ভাবাবেগ বা অনুপ্ৰেৰণাক অৱলম্বন কৰিয়ে সাহিত্য-সৃষ্টি কৰি যোৱা উচিত ইত্যাদিত। এই সম্পৰ্কত আমাৰ দেশৰ দুই চাৰিজন সমসাময়িক সাহিত্যিক আৰু দাৰ্শনিকৰ লেখাৰ পৰাও দুই চাৰি আষাৰ কথাৰ উদ্ধৃতি দি এই প্ৰসঙ্গটোৰ সামৰণি মৰা হব।

অসমৰ খ্যাতনামা সাহিত্যিক কৃষ্ণকান্ত সন্দিকৈ ডাঙৰীয়াই কৈছেঃ 'ব্যক্তিগত প্ৰতিভা আৰু ক্ষমতাৰ বাহিৰেও পাৰিপাৰ্শিক অৱস্থাৰ ওপৰত সাহিত্যৰ বিকাশ অনেক পৰিমাণে নিৰ্ভৰ কৰে। জীৱনৰ অভিজ্ঞতাৰ গাম্ভীৰ্য আৰু বৈচিত্ৰ্য নহলে সজীৱ আৰু স্পন্দনপূৰ্ণ সাহিত্যৰ সৃষ্টি হব নোৱাৰে। বাস্তৱতে সাহিত্য এটা বিৰাট অভিজ্ঞতা। ব্যক্তিগত আৰু সামাজিক সকলো প্ৰকাৰ অভিজ্ঞতাৰ প্ৰকাশ থল হৈছে সাহিত্য।"

"অভিজ্ঞতাৰ ওপৰত প্ৰতিষ্ঠিত হলেও সাহিত্য বাস্তৱতে অভিজ্ঞতাৰ কেটেলগ বা যাদুঘৰ নহয়। নিৰ্বাচন কৌশল, কল্পনা আৰু ৰীতিৰ সহায়েৰে অভিজ্ঞতাৰ কেঁচা সঁজুলি গঢ়ি-পিটি ললেহে প্ৰকৃত সাহিত্যৰ সৃষ্টি হয়।"

"আমাৰ সাহিত্যৰ উন্নতিও যে অকল লেখকসকলৰ ব্যক্তিগত সাধনাৰ ওপৰত নিৰ্ভৰ কৰিছে এনে নহয়, আমাৰ সমাজো শিক্ষা-দীক্ষা, শ্ৰম-শিল্প, আৰ্থিক প্ৰগতি সকলো বিষয়তে আগবাঢ়ি সাহিত্যৰ যোগান ধৰিব পৰা হব লাগিব। সাহিত্য আৰু সমাজ এটা ঘনিষ্ঠ সম্বন্ধত পৰস্পৰ সংশ্লিষ্ট হৈ আছে। সাহিত্যহীন সমাজ পঙ্গু, বৰ্বৰ আৰু সমাজৰ লগত সম্পৰ্ক নথকা সাহিত্য ক্ষীণ আৰু দুৰ্বল।"

"উচ্চ আদৰ্শৰ দ্বাৰা অনুপ্ৰাণিত জীৱনব্যাপী সাধনা নহলে ওখ খাপৰ সাহিত্যৰ সৃষ্টি হোৱা টান।"

( সাহিত্যৰ সমস্যা : কৃষ্ণকান্ত সন্দিকৈ )

ভাৰতৰ খ্যাতনামা দাৰ্শনিক সৰ্বপল্লী ৰাধাকৃষ্ণনৰ মতে "জগতৰ মঙ্গল সাধন হ'ল সাহিত্যৰ লক্ষ্য 'বিশ্বশ্ৰেয়কাব্যম্'। সাহিত্যৰ উদ্দেশ্য জগতখন প্ৰতিফলিত কৰা নহয়, মুক্ত কৰাহে। আলোকিত বস্তুৰ আলোক প্ৰতিফলন কৰাৰ কাৰণে সাহিত্য নহয়, অভিজ্ঞতাক পুনঃসৃষ্টি কৰাৰ কাৰণেহে সাহিত্য। সাহিত্য-শিল্পীক নিৰ্জনতা লাগিব, তেওঁ দিব্যজ্যোতি দেখিব লাগিব, সেই জ্যোতি পৃথিৱীলৈ

নহয় আনিব লাগিব, তাক আবেগেৰে ৰঞ্জিত কৰিব লাগিব আৰু শব্দৰ দ্বাৰা প্ৰকাশ কৰিব লাগিব। সাহিত্যই আধ্যাত্মিক জ্ঞানৰ জগত মানুহক সংযোগ কৰে।"

(S. Radha Krishnan : Present crisis of Faith. P. 179)

অসম সাহিত্য সভাৰ এগৰাকী প্ৰাক্তন সভাপতি, সাহিত্যিক শ্ৰীযজ্ঞেশ্বৰ শৰ্মাই সাহিত্যৰ স্বৰূপ সম্পৰ্কত কৈছিল : "সাহিত্যৰ আবেদন বুদ্ধি আৰু হৃদয় দুয়োটাৰ প্ৰতি। সাহিত্য কেতিয়াবা বুদ্ধি প্ৰধান, কেতিয়াবা হৃদয় প্ৰধান। বুদ্ধি প্ৰধান সাহিত্যৰ আবেদন বুদ্ধিৰ প্ৰতি, অনুভূতি প্ৰধান সাহিত্যৰ আবেদন অনুভূতিৰ প্ৰতি।"

আন এঠাইত তেখেতে বিভিন্ন প্ৰাচীন আৰু আধুনিক ভাৰতীয় সাহিত্যৰ পৰ্যালোচনা কৰি কৈছিল : ভাৰতীয় সাহিত্য প্ৰধানতঃ সামাজিক মঙ্গলৰ ওপৰত প্ৰতিষ্ঠিত ; এজন বিখ্যাত আলঙ্কাৰিকে কোৱাৰ দৰে কাৰ্যৰ উদ্দেশ্য অমঙ্গলকৰ ক্ষতি।

"ভাৰতীয় সাহিত্যৰ আদৰ্শ সংসাৰ ত্যাগ নহয়, সংসাৰত থাকি বিশ্বহিতৰ ব্ৰত গ্ৰহণ কৰা।"

( সাহিত্য সংস্কৃতিৰ প্ৰবাহ : যজ্ঞেশ্বৰ শৰ্মা, পৃঃ ৯, ১১, ১২ )

আন এগৰাকী অসমীয়া সাহিত্যিক শ্ৰীমনোৰঞ্জন শাস্ত্ৰীয়ে তেওঁৰ 'সাহিত্য দৰ্শন' নামৰ অসমীয়া পুথিত সংস্কৃত তথা প্ৰাচীন ভাৰতীয় সাহিত্যৰ ৰস, ধ্বনি ইত্যাদিৰ বিশদ বিশ্লেষণ কৰাৰ উপৰিও সাহিত্যৰ উপকাৰিতা আৰু অন্যতম উদ্দেশ্য সম্পৰ্কত কৈছে : "এই কাৰণে সমাজ সংস্কাৰ বিষয়ত সাহিত্যৰ কাৰ্যকাৰিতা অত্যন্ত বেছি। যি ধৰণৰ আচাৰ-নীতি, ধৰ্ম, ৰাষ্ট্ৰ আদিয়ে পূৰ্ব সঞ্চিত সংস্কাৰ বা বাসনাৰূপ সুউচ্চ প্ৰাচীৰ পাৰ হৈ সমাজ হৃদয়ৰ আভ্যন্তৰত প্ৰৱেশ কৰিব নোৱাৰি সমাজত অচল হৈ থাকে, তাকো কবিসকলে সাহিত্যৰ সাজ-পাৰ পিন্ধাই ভেশচন কৰি সমাজ দৰবাৰৰ মাজলৈ পঠিয়াই দিয়ে। তাৰ ভিতৰত প্ৰৱেশ কৰিয়ে সি সমাজ হৃদয়ৰ প্ৰাচীন সংস্কাৰৰ গাঠনি ভাঙি ছিঙি নতুনকৈ গঢ়িবলৈ আৰম্ভ কৰে ; সমাজৰ ভাৱধাৰা বদলাই দিয়ে, কচিৰ পৰিৱৰ্ত্তন ঘটায় আৰু তাৰ ফলত নতুন নতুন ধৰণৰ আচাৰ, নীতি, ধৰ্ম, ৰাষ্ট্ৰৰ অচিৰে পত্তন হয়। সমগ্ৰ পৃথিৱীৰ ইতিহাসতে সাহিত্যৰ এই কাৰ্যৰ পৰিচয় কম বেছিভাৱে পোৱা যায়।"

( সাহিত্য দৰ্শন : মনোৰঞ্জন শাস্ত্ৰী পৃঃ ২৯ )

অসমৰ খ্যাতনামা সাহিত্যিক শ্ৰীত্ৰৈলোক্য নাথ গোস্বামীয়ে সাহিত্যৰ সংজ্ঞা সম্পৰ্কত কৈছে : "শিল্পী-মন জীৱনৰ বিচিত্ৰ অভিজ্ঞতাৰে পুষ্ট আৰু সমৃদ্ধ হৈ উঠে আৰু তাৰ প্ৰকাশেই হয় সাহিত্য, চিত্ৰ, সঙ্গীত প্ৰভৃতি বিভিন্ন সুকুমাৰ-কলা। অৰূপৰ প্ৰকাশো নহয় বিকাশো নহয়। কিন্তু ৰূপৰ যেনেকৈ প্ৰকাশ হয়, তেনেকৈ তাৰ বিকাশো আছে। এই ৰূপ যিমানেই চমৎকাৰী, সিমানেই শিল্পকৰ্ম সাৰ্থক। তাৰোপৰি স্ৰষ্টাৰ ভাব-ৰাজ্যৰ অস্পষ্টতা ৰূপদানৰ সক্ৰিয় চেষ্টাৰ মাজেদিহে আঁতৰে আৰু ৰূপদান কাৰ্যৰ লগে লগে তাৰো সংশোধিত, পৰিমাৰ্জিত আৰু বোধগম্য হৈ পূৰ্ণতাপ্ৰাপ্ত হয়। পূৰ্ণতাৰ বাবে লাগে কবি-কৌশলৰ ক্ষমতা। কবি-কৌশলৰ যাদুকৰী স্পৰ্শ নোহোৱা কোনো বৰ্ণনাই কাব্য-সৌন্দৰ্য লাভ কৰা দৃষ্টান্ত সাহিত্য আৰু শিল্প-কলাৰ বুৰঞ্জীত নাই।'

(সাহিত্য-কলা আৰু তাৰ বিচাৰ : পৃঃ ২)

আন এঠাইত আকৌ তেখেতে সাহিত্যৰ উদ্দেশ্য সম্পৰ্কত কৈছেঃ যুগে যুগে সাহিত্যিকে মানৱৰ বন্ধন-মুক্তিৰ আদৰ্শৰে অনুপ্ৰাণিত হৈ সাহিত্যৰ সৃষ্টি কৰি আহিছে। পাৰিপাৰ্শ্বিকতাৰ হেঁচাত সাহিত্যিকৰ চিন্তাধাৰাই বিশেষ বিশেষ ৰূপ পৰিগ্ৰহ কৰে যেতিয়া ইয়াৰ বিচাৰ এটা বাস্তৱ সত্যৰ বিচাৰ।"

(সাহিত্য-কলা আৰু তাৰ বিচাৰ : পৃঃ ৬)

সাহিত্যৰ লগত সমাজৰ অবিচ্ছেদ্য সম্বন্ধৰ বিশ্লেষণ কৰি 'কলা-কৈৱল্যবাদ' (Art for Art's Sake) তত্বৰ তেখেতে সমালোচনা কৰিছে আৰু এই সম্পৰ্কত তেখেতে কৈছে : "দেখা যায় যে কলাকাৰে স্বীকাৰ নকৰিলেও অজ্ঞাতে তেওঁ সমাজৰ দ্বাৰা প্ৰভাৱান্বিত হয়। যি সৃজন ক্ষমতাৰ তেওঁ অধিকাৰী সেই ক্ষমতাও তেওঁ লাভ কৰে সামাজিক প্ৰভাৱৰ পৰাহে। কলাকাৰ ধৱলগিৰি শৃঙ্গত আয়মেৰে বহি থকা এজন কল্পনাবিলাসী ব্যক্তি নহয়—যিজনে মানৱৰ দুখ-দৈন্য, হা-হুতাশাৰ কাহিনী নিৰ্লিপ্ত হৈ চাই থাকে। আন আন মানুহৰ লগত যাতনা-বেদনা ভুগি, আশা-নিৰাশাৰ দোমোজাত চেপা খাই আৰু কল্পনাবাস্তৱতাৰ লগত উঠা নমা কৰি তেওঁৰো জীৱনৰ বিচিত্ৰ অভিজ্ঞতা লাভ কৰিছে আৰু কেনে ধৰণৰ অভিজ্ঞতাৰ মানৱীয় মূল্য আছে তাকো তেওঁ জানিছে। জীৱনৰ এনে বিচিত্ৰ অভিজ্ঞতাৰ ৰূপায়ণেই হ'ল আৰ্ট বা চাৰু-শিল্প। সমাজৰ পৰা বিচ্ছিন্নভাৱে ব্যক্তিৰ অভিজ্ঞতাৰ কল্পনা কৰিব নোৱাৰি। গতিকে আৰ্টৰ সামাজিক মূল্য অস্বীকাৰ কৰা

নাথায়। সাৰ্থক শিল্প-কৰ্মই সৌন্দৰ্যানুভূতিৰ উদ্রেক কৰাৰ উপৰিও সমাজক জীৱনৰ নতুন জ্ঞান দান কৰি আহিছে, সূত্ৰৰ ৰূপত নহয়, অভিজ্ঞতাৰ ৰূপত।"

(সাহিত্য-কলা আৰু তাৰ বিচাৰ : পৃঃ ৯৩৫)

আমি ওপৰত ভাৰতীয়, অসমীয়া আৰু বিদেশী কেবাগৰাকীও খ্যাতনামা সাহিত্যিকৰ সাহিত্যৰ সংজ্ঞা, স্বৰূপ, উদ্দেশ্য আদি সম্পৰ্কত দিয়া তেওঁলোকৰ মতামত থূলমূলভাৱে আলোচনা কৰিলো।

এনে ধৰণৰ মতামত হয়তো আৰু বহুতৰে আছে, কিন্তু সেই আটাইবোৰ বিচাৰিলেও মৌলিক বিষয়ত বিশেষ নতুন কথা পোৱাৰ আশা নাই। তথাপি আমাৰ পৰৱৰ্ত্তী প্ৰবন্ধ এটাত সাহিত্য জগতত সকলো দেশতে কম বেছি পৰিমাণে বিতৰ্কমূলক হৈ থকা 'কলাকৈৱল্যবাদ", 'বাস্তৱতা', 'সমালোচনামূলক বাস্তৱতা', 'ভাৱবিলাসিতা', সমাজতান্ত্ৰিক বাস্তৱতা আদি কথাৰ আৰু অলপ বিশদভাৱে আলোচনা কৰাৰ চেষ্টা কৰিম।

আটাইবোৰ সাহিত্যিকৰ মতামতবোৰৰ মাজত পাৰ্থক্য যথেষ্ট আছে যদিও মিল তাতকৈ বহুত বেছি। সকলো সাহিত্যিকেই সাধাৰণভাৱে একমত যে সাহিত্যিকৰ সৌন্দৰ্যবোধ, গভীৰ উপলব্ধি, স্বতঃস্ফূৰ্ত্তভাৱে জাগি উঠা অনুভূতি আৰু প্ৰকাশ কৰাৰ ব্যাকুলতা, প্ৰকাশ কৰাৰ সু-কৌশল ইত্যাদি হ'ল অপৰিহাৰ্য গুণ আৰু এইবোৰৰ অবিহনে কোনো সাহিত্য সৃষ্টি হব নোৱাৰে। স্বভাৱতঃ সাহিত্যিক মানৱ সমাজৰ ভিতৰৰে এজন ব্যক্তি আৰু তেওঁৰ সকলো সৌন্দৰ্যবোধ, সকলো অনুভূতিৰে উৎস হ'ল বিশ্ব-প্ৰকৃতি আৰু মানৱ সমাজ। সাহিত্যিকে সমাজৰ ভাষাকে প্ৰকাশৰ মাধ্যম হিচাবে ব্যৱহাৰ কৰে, তেওঁৰ সাহিত্য-সৃষ্টিৰ মাধ্যমেদি তেওঁৰ অনুভূতিবিলাক সমাজৰ মানুহকে বুজাব বিচাৰে, নহলে তেওঁ লিখিবই বা কিয়, প্ৰকাশেই বা কৰিব কিয়? তেওঁৰ অনুভূতিবিলাক সমাজৰ মানুহক বুজাব বিচাৰে কিয়, সমাজৰ মানুহেই বা তেওঁৰ লেখাবিলাক পঢ়িব কিয়? স্বাভাৱিকতে সমাজৰ মানুহবোৰে তেওঁৰ অনুভূতিবোৰ বুজি পোৱাৰ পৰা তেওঁ এটা আধ্যাত্মিকেই হওক বা আন কিবা ধৰণৰে হওক আনন্দ বা লাভৰ আশা কৰে আৰু সমাজৰ মানুহবোৰো তাৰ দ্বাৰা উপকৃত হব বুলি আশা কৰে। আনহাতে সমাজৰ মানুহবোৰেও তেওঁৰ লেখা এই কাৰণেই পঢ়ে যে সেইবোৰ পঢ়ি তেওঁলোকে কিবা এক ধৰণৰ আনন্দ পোৱাৰ আশা কৰে বা কিবা এটা বিচাৰি থকা ৰহস্যৰ নোপোৱা সন্ধান পোৱাৰ আশা কৰে। লেখক আৰু পাঠকৰ মাজত তেনে এটা

সম্বন্ধ আছে কাৰণেই লেখকেও লিখে, পাঠকেও পঢ়ে। এই সম্বন্ধটো অস্বীকাৰ কৰাৰ উপায় নাই আৰু এইটো স্বীকাৰ কৰিলেই ওলাই পৰে যে সকলো সাহিত্যৰে এটা সামাজিক উদ্দেশ্য আছে আৰু কোনো সাহিত্যিকেই সমাজ নিৰপেক্ষ হব নোৱাৰে। সমাজৰ বাহিৰত থকা ব্যক্তিৰ কোনো ভাষাই থাকিব নোৱাৰে আৰু তেওঁৰ চেতনাৰ বিকাশো প্ৰকৃতিৰ ইতৰ প্ৰাণীৰ নিচিনা মাত্ৰ 'আহাৰ' নিদ্ৰা আৰু মৈথুন' এই তিনিটা প্ৰাকৃতিক প্ৰবৃত্তিৰ মাজতে সীমাবদ্ধ হৈ থাকিব লাগিব। তেওঁৰ কোনো 'প্ৰকাশ'ৰ প্ৰবৃত্তি থাকিব নোৱাৰে, তেওঁৰ অনুভূতিও সেইখিনিতে সীমাবদ্ধ হৈ থাকিব আৰু তেওঁৰ দ্বাৰা কোনো সাহিত্য সৃষ্টিয়ে সম্ভৱপৰ নহয়।

চেতনা যেনেকৈ সমাজ জীৱনৰ সৃষ্টি, ভাষাও তেনেকৈ সমাজ জীৱনৰহে সৃষ্টি আৰু সাহিত্যও সৃষ্টি হৈছে আৰু সৃষ্টি হব পাৰে অকল সমাজ জীবনৰ মাজতহে। সমাজহীন এজন "মানুহ"ৰ অস্তিত্ব এটা সম্পূৰ্ণ কাল্পনিক বস্তু, গতিকে এই বিষয়ে দীঘলীয়া আলোচনাও অবান্তৰ। আমি আগৰ প্ৰবন্ধবোৰতে আলোচনা কৰি আহিছো যে মানৱ জাতিৰ সমূহীয়া সমস্যা হৈছে প্ৰকৃতিৰ শক্তিবোৰক জয় কৰা আৰু সেইবোৰক আয়ত্বাধীন কৰি মানৱ জাতিৰ কল্যাণৰ হকে ব্যৱহাৰ কৰা। এই প্ৰচেষ্টাতে মানব সমাজৰ বিকাশ সাধন হৈ আছে। আনহাতে সমাজে বিকাশ সাধন কৰাৰ লগে লগে এটা স্তৰত সমাজত ব্যক্তিগত সম্পত্তিৰ সৃষ্টি হৈছে, সমাজ শ্ৰেণীবিভক্ত হৈ পৰিছে আৰু বহুতো জটিল সমস্যা আহি পৰিছে। সমাজৰ বিকাশে ব্যক্তি আৰু সমাজৰ মাজৰ সম্পৰ্ক সমাজৰ বিভিন্ন শ্ৰেণীবোৰৰ পৰস্পৰৰ মাজৰ সম্পৰ্ক ক্ৰমান্বয়ে জটিল কৰি আনিছে আৰু এই জটিলতাবোৰেও অগণন সমস্যাৰ সৃষ্টি কৰিছে। এই সমস্যাবোৰক কেন্দ্ৰ কৰি গঢ়ি উঠা বিভিন্ন ব্যক্তিৰ অভিজ্ঞতা, অনুভূতি আৰু উপলব্ধিবিলাকেই সাহিত্যৰ মাজেদি যুগে যুগে প্ৰকাশ পাই আহিছে। গতিকে নিঃসন্দেহে সাহিত্যক মানুহৰ চিন্তা জগতৰ ইতিহাস বুলি কব পাৰি। সাহিত্যই মানুহকে প্ৰকাশ কৰি আছে। বিশ্ব প্ৰকৃতিৰ যি প্ৰকাশ সাহিত্যত পোৱা যায়, সিয়ো হৈছে প্ৰকৃতিক মানৱীয়কৰণৰ মাজেদি, মানুহক স্বচ্ছভাৱে প্ৰকাশ কৰাৰ উদ্দেশ্যহে। সাহিত্য বিশ্ব প্ৰকৃতিৰ বা মানৱ জীৱনৰ হুবহু প্ৰতিচ্ছবি বা ফটোগ্ৰাফ নহয়; বিশ্ব প্ৰকৃতিৰ বা মানুহৰ জীৱনটোক মানুহে কি ধৰণে ভাবিছে, কি ধৰণে গঢ়ি তোলাৰ কল্পনা কৰিছে, কোনখিনি মানুহৰ মনঃপুত হৈছে, কোনখিনি মনঃপুত হোৱা নাই তাৰেইহে বৰ্ণনা।

## ১৩ ঃ সংস্কৃতিৰ বিকাশত সমাজ ব্যৱস্থাৰ প্ৰভাৱ

আমি আগতে বিভিন্ন সংস্কৃতিবিদ আৰু দাৰ্শনিকৰ মতামত কিছুমান আলোচনা কৰি আহিছো। মানুহে নিজক জীয়াই ৰখাৰ তাগিদাত যিবোৰ কৰ্ম কৰি আছে অৰ্থাৎ সমাজৰ কাৰণে যাৱতীয় প্ৰয়োজনীয় বস্তুৰ উৎপাদন আৰু বিতৰণৰ ব্যৱস্থা, সেইবোৰৰ কাৰণে কাম কৰি যোৱাৰ মাজেদি উৎপাদনৰ সঁজুলিবোৰৰ উন্নতকৰণ, সেইবোৰৰ মাজেদি গঢ়ি উঠা বিভিন্ন ধৰণৰ উৎপাদন সম্পৰ্ক, সেইবোৰৰ কাৰণেই মানুহৰ প্ৰকৃতিৰ লগত অবিৰাম সংগ্ৰাম আৰু সেই সংগ্ৰামৰ পথত প্ৰকৃতিৰ শক্তিবোৰক বুজা আৰু সেইবোৰক নিয়ন্ত্ৰণাধীন কৰি মানুহৰ স্বাৰ্থৰ হকে ব্যৱহাৰ কৰা, সমাজত গঢ়ি উঠা আইন-কানুন, ৰীতি-নীতিৰ সমষ্টি যাক সাধাৰণভাৱে সমাজ ব্যৱস্থা বুলি কোৱা হয়। কি উৎপাদন কৰে, কেনে ধৰণে উৎপাদন কৰে আৰু কেনে ধৰণে বিতৰণ কৰে এই কেইটাই হ'ল এটা সমাজ ব্যৱস্থাৰ ভেটি, এই ভেটিটোৰ ওপৰতে সমাজৰ আইন-কানুন, প্ৰশাসন, অৰ্থনীতি, ৰাজনীতি, ৰীতি-নীতি, ধ্যান–ধাৰণা গঢ়ি উঠে। আমি এইটোও আলোচনা কৰি আহিছো যে মানুহে জীয়াই থাকোতে আৰু জীয়াই থকাৰ সংগ্ৰাম কৰোতে সকলো উৎপাদন, সকলো কাম-কাজতে নিজৰ সৌন্দৰ্যবোধ প্ৰয়োগ কৰিয়ে সংস্কৃতি গঢ়ি তুলিছে। গতিকে স্বাভাৱিক-তেই মানুহৰ জীয়াই থকাৰ সংগ্ৰাম, জীয়াই থকাৰ কাৰণে কৰা উৎপাদন, সেই সম্পৰ্কীয় কাজ-কৰ্ম আৰু চিন্তা ভাৱনাই হ'ল সংস্কৃতিৰ বাহন। এইবোৰক বাদ দি সংস্কৃতিয়ে প্ৰকাশ লাভ কৰাৰ কোনো পথ নাই। মানুহৰ সৌন্দৰ্যবোধ, মানুহৰ চিন্তা, ভাৱনা, মানুহৰ কলা-কৃষ্টি সকলো এইবোৰক অৱলম্বন কৰি আৰু এইবোৰক উদ্দেশ্য কৰিয়ে সৃষ্ট হয় আৰু এইবোৰৰ মাধ্যমেদিয়ে প্ৰকাশ লাভ কৰে। সমাজৰ বাস্তৱ জীৱনৰ ইতিহাস আৰু সমাজৰ সাংস্কৃতিক বা আধ্যাত্মিক জীৱনৰ ইতিহাস দুয়োটাই ওতঃপ্ৰোতভাৱে জড়িত। সমাজৰ সংস্কৃতিৰ ইতিহাস অধ্যয়ন কৰোতে বাস্তৱ জীৱনৰ ইতিহাসৰ লগতেই একেলগে অধ্যয়ন কৰিব লাগিব। সংস্কৃতিয়ে বাস্তৱ জীৱনৰ বিকাশৰ গতিত নিশ্চয় প্ৰভাৱ বিস্তাৰ কৰে, কিন্তু সংস্কৃতিৰ জন্ম আৰু জীৱন প্ৰবাহ বাস্তৱ জীৱনক অৱলম্বন কৰিহে সম্ভৱপৰ। সমাজৰ বাস্তৱ জীৱন তথা উৎপাদন ব্যৱস্থাৰ লগে লগে সমাজৰ সংস্কৃতি তথা আধ্যাত্মিক জীৱনে কি ধৰণে বিকাশ লাভ কৰি আছে তাৰে কেইটামান নিদৰ্শন আমি আলোচনা কৰাৰ চেষ্টা কৰিম।

## (ক) আদি সাম্যবাদী যুগৰ সংস্কৃতি :

মানৱ সমাজৰ আদিম অৱস্থাত যেতিয়া উৎপাদিকা শক্তিসমূহৰ বিকাশ অতি নিম্ন স্তৰৰ আছিল, তেতিয়া সকলো উৎপাদনৰ সঁজুলি আৰু উৎপাদিত সামগ্ৰীৰ ওপৰত সমাজৰ সকলো মানুহৰে সমূহীয়া অধিকাৰ আৰু সমান স্বত্ব আছিল। সেই যুগত সমাজৰ একমাত্ৰ আশা আকাংখ্যা আছিল প্ৰকৃতিৰ অধিক শক্তি নিয়ন্ত্ৰণ কৰা, জীৱন ধাৰণৰ সংগ্ৰাম উজু কৰা, শ্ৰমৰ পৰিমাণ লাঘৱ কৰা। মানুহৰ সকলো চিন্তা-ভাৱনা, সকলো কল্পনা আছিল প্ৰকৃতিৰ ওপৰত অধিক বিজয় লাভ অৰ্জন কৰা আৰু মানৱ সমাজৰ নিৰাপত্তাৰ কাৰণে অন্যান্য প্ৰাণী জগতৰ ওপৰত আধিপত্য বিস্তাৰ কৰা। সমাজৰ স্বাৰ্থ আৰু ব্যক্তিৰ স্বাৰ্থৰ মাজত কোনো পাৰ্থক্যই নাছিল। সকলো ব্যক্তিৰে দক্ষতা, কল্পনা, জ্ঞানলাভ আদিক সমগ্ৰ সমাজৰ বুলিয়ে গণ্য কৰা হৈছিল, সকলো ব্যক্তিৰে কলা কৃষ্টি, সাহিত্য আদিও সমাজৰ বুলিয়ে গণ্য কৰা হৈছিল। সেই যুগত সৃষ্ট উপকথা, লোক-সঙ্গীত, সাধুকথা ইত্যাদি সেই কাৰণেই কোনে ৰচিছিল, তাক বুজিব নোৱাৰি। সেই সৃষ্টিবিলাক সমাজৰ সৃষ্টি বুলিয়ে ধৰি লোৱা হৈছিল আৰু আজিও সেইবোৰ তেনে ধৰণেই আছে।

## (খ) শ্ৰেণী বিভক্ত সমাজৰ সংস্কৃতি :

মানৱ সমাজৰ বিকাশৰ পথত ব্যক্তিগত সম্পত্তি, পৰিয়াল সমাজৰ উৎপাদনৰ উপায়সমূহৰ ওপৰত ব্যক্তিগত মালিকী স্বত্ব, সমাজৰ ভিতৰতে এক শ্ৰেণীৰ হাতত উৎপাদনৰ কোনো উপায় নথকা হোৱা, এক শ্ৰেণীয়ে এক শ্ৰেণীক শোষণ কৰা, শোষক শ্ৰেণীটোৱে তেওঁলোকৰ হাতত থকা উৎপাদনৰ উপায়সমূহৰ বলত সমাজৰ সকলো মানুহৰে ওপৰত আধিপত্য বিস্তাৰ কৰা, সকলো মানুহকে শোষকসকলৰ স্বাৰ্থত, শোষকসকলৰ ইচ্ছামতেই পৰিচালনা কৰিব পৰা অৱস্থা আহি পৰিল। শ্ৰেণী বিভক্ত হৈ পৰা সমাজত অকল শোষণ আৰু শোষিত এই দুটা ঘাই শ্ৰেণীৰ উপৰিও শোষক শ্ৰেণীটোক তেওঁলোকৰ শোষণ ব্যৱস্থাত নানা ধৰণে সহায় কৰি জীৱিকা নিৰ্বাহ কৰা বহুতো মজলীয়া শ্ৰেণীও গঢ়ি উঠিল। মানৱ সমাজত প্ৰথম শ্ৰেণী বিভক্ত সমাজৰ ৰূপ হ'ল দাস যুগ। আদি সাম্যবাদী যুগৰ পৰা সমাজ কেনেকৈ দাস যুগত উপনীত হ'ল তাৰ বিশদ বিৱৰণ এই প্ৰবন্ধৰ লক্ষ্য নহয়। কিন্তু দাস প্ৰথাই মানৱ সমাজৰ সংস্কৃতিৰ বিকাশত কি ধৰণে প্ৰভাৱ বিস্তাৰ কৰিলে সেইটোহে এই প্ৰবন্ধৰ আলোচ্য বিষয়।

দাস প্ৰথা প্ৰচলিত হোৱাৰ পিছত সমাজৰ এক শ্ৰেণীৰ লোকে সম্পূৰ্ণভাৱে শাৰীৰিক শ্ৰমেৰে জীৱন-ধাৰণৰ উপাদানসমূহ উৎপাদন কৰা কামৰ পৰা বিৰতি লাভ কৰিলে আৰু এই শ্ৰেণীৰ লোক প্ৰকৃতিৰ বিৰুদ্ধে প্ৰত্যক্ষ সংগ্ৰাম কৰাৰ পৰা আঁতৰত থকা হ'ল, কাৰ্যতঃ তেওঁলোক পৰশ্ৰমোপজীৱী হৈ পৰিল। অথচ এই শ্ৰেণীৰ লোকৰ আহৰিয়ে জীৱন হৈ পৰাত এওঁলোকৰ সকলো সময় অকল চিন্তা তথা মানসিক শ্ৰমতে কটাবলগীয়া হ'ল। আনহাতে সমাজৰ বৃহৎ সংখ্যক লোক তথা দাসসকল কঠোৰ শাৰীৰিক শ্ৰমত অনবৰত ব্যস্ত হৈ থাকিবলগীয়া হ'ল, তেওঁলোকৰ চিন্তা কৰাৰ তথা মানসিক শ্ৰমৰ কাৰণে একেবাৰে আহৰি নোহোৱা হ'ল আৰু তেওঁলোকৰ চিন্তাৰো প্ৰয়োজন নোহোৱা হ'ল। কাৰণ তেওঁলোকে চিন্তা কৰা মতে কাম কৰিব নোৱাৰে, কাম কৰিব লাগে তেওঁলোকৰ প্ৰভুসকলৰ নিৰ্দেশ আৰু পৰিচালনা মতেহে। শাৰীৰিক শ্ৰম আৰু মানসিক শ্ৰমৰ বিভাজন সম্পূৰ্ণ হৈ পৰিল।

কামৰ মাজেদি চিন্তাৰ উদ্ভৱ হোৱা, উন্নত ধৰণৰ কামেৰে আৰু উন্নত চিন্তাৰ উদ্ভৱ হোৱা এই সমস্ত প্ৰক্ৰিয়াটোৰে বিলুপ্তি ঘটিল। চিন্তাৰ সম্প্ৰসাৰণ আৰু বিকাশ ঘটিব ধৰিলে কিছুমান কৰ্মহীন মানুহৰ মগজেৰে আৰু মগজুৰ বিকাশো কৰ্মৰ উদ্দেশ্যে বা কৰ্মৰ মাজেৰে নহৈ ঘটিব ধৰিলে শোষণৰ উদ্দেশ্যে, কৰ্মহীনতাৰ মাজেৰে আৰু প্ৰকৃতিৰ লগত ঘনিষ্ঠ সম্পৰ্ক নোহোৱাকৈ। শোষণ ব্যৱস্থাটো কেনেকৈ কট্‌কটীয়া কৰা যায়, এই ব্যৱস্থাটোকে অলংঘনীয় আৰু অৱধাৰিত বুলি বিশ্বাস জন্মোৱাৰ কাৰণে শোষিতসকলক মানসিকভাৱে প্ৰস্তুত কৰা. শোষিতসকলে যাতে বিদ্ৰোহ কৰিব নোৱাৰে তাৰ কাৰণে নতুন নতুন ব্যৱস্থা উদ্ভাৱন কৰা, আজৰি সময় কটোৱাৰ কাৰণে কৃত্ৰিম আনন্দৰ উপাদান সৃষ্টি কৰা ইত্যাদিয়ে হ'ল শোষকসকলৰ চিন্তাৰ কিছুমান ঘাই বিষয়-বস্তু। উৎপাদনৰ উপায়সমূহৰ মালিক যাই শোষক শ্ৰেণীটোৱে সমাজৰ মজলীয়া শ্ৰেণী-সমূহৰ পৰাও সকলো চিন্তা কৰিব পৰা ব্যক্তিকে এইবোৰ চিন্তাত আৰু শ্ৰমে ধৰণৰ কাৰ্যত নিয়োগ কৰিব ধৰিলে আৰু এইবোৰ চিন্তাত, এইবোৰ কামত বৰঙণি যোগাব পৰা ব্যক্তিসকলেও জীৱন ধাৰণৰ উপাদানসমূহ শাৰীৰিক শ্ৰম নকৰাকৈয়ে পোৱাৰ ব্যৱস্থা কৰা হ'ল। সেই যুগৰ সকলো কলা-কৃষ্টি, সঙ্গীত, সাহিত্য আদি মূলতঃ সৃষ্টি হব ধৰিলে শোষকসকলৰ নিৰ্দেশ মতে, শোষকসকলৰ প্ৰয়োজন মতে, শোষণ ব্যৱস্থা কট্‌কটীয়া কৰাৰ উদ্দেশ্যে, শোষিতসকলৰ মাজত শোষণ ব্যৱস্থাৰ প্ৰতি মোহ সৃষ্টি কৰাৰ উদ্দেশ্যে, বিদ্ৰোহৰ ভয়ানক পৰিণামৰ

প্ৰতি ত্ৰাস সৃষ্টি কৰাৰ উদ্দেশ্যে আৰু শোষকসকলৰ বিকৃত ৰুচি অনুযায়ী আনন্দ যোগানৰ উদ্দেশ্যে। সমাজৰ কলাকাৰ, সকলো সঙ্গীতজ্ঞ, সকলো সাহিত্যিকেই জীৱন ধাৰণৰ কাৰণে যাই শোষক শ্ৰেণীটোৰ দান, অনুকম্পা, অনুদানৰ ওপৰত নিৰ্ভৰশীল হৈ পৰিল। মানৱ সমাজত চিন্তাৰ উৎকৰ্ষতা সাধন হ'ল, সকলো প্ৰকাৰৰ কলা-সৃষ্টিও বাঢ়িল, বিকাশ লাভ কৰিলে কিন্তু তাৰ স্বাভাৱিক গতিত নহয়, এই বিকৃত পথেৰেহে। সেই যুগত সৃষ্ট সঙ্গীত, সাহিত্য সকলোৰে মাজেদি সমাজৰ এই ছবিখনেই স্পষ্ট হৈ উঠে। শোষণ ব্যৱস্থাৰ সপক্ষে সৃষ্ট সকলো কলা-সৃষ্টিয়ে শোষক শ্ৰেণীসমূহৰ আৰু তেওঁলোকৰ সু-সংগঠিত ৰাষ্ট্ৰ যন্ত্ৰৰ পৃষ্ঠপোষকতা লাভ কৰি যথেষ্ট পৰিমাণে সম্প্ৰসাৰণ আৰু প্ৰচাৰ লাভ কৰিছে। আনহাতে শোষক শ্ৰেণীৰ বিপক্ষে, শোষণ ব্যৱস্থাৰ বিৰুদ্ধে শোষিত শ্ৰেণীসমূহৰ বা যৎসামান্য শুভবুদ্ধি সম্পন্ন বুদ্ধিজীৱীসকলৰ চিন্তাধাৰা, কলা-সৃষ্টি সকলোকে ৰাষ্ট্ৰ যন্ত্ৰৰ দ্বাৰা ধ্বংস কৰি দিয়াৰ চেষ্টা চলিছিল। অৱশ্যে অৱদমিত হৈও তাৰে কিছুমানে প্ৰকাশ লাভ কৰিছে আৰু তেনে কিছুমানৰ জকা বা অস্তিত্ব আজিও বিচাৰি পোৱা যায়।

দাস যুগৰ পিছত মানৱ সমাজৰ ইতিহাসত সামন্ত যুগ আৰু তাৰ পিছত পুঁজিবাদী যুগো আহিল। কিন্তু সমাজ শ্ৰেণী বিভক্ত হৈয়ে থাকিল আৰু সমাজৰ সংস্কৃতিৰ বিকাশো আগৰ পথেৰেই আগবাঢ়িল। মাত্ৰ শোষণৰ ৰূপ, শোষক আৰু শোষিত শ্ৰেণীসমূহৰ ৰূপৰ সলনি-বদল হ'ল। এই যুগবোৰতো কলাকাৰ বুদ্ধিজীৱী মজলীয়া শ্ৰেণীসমূহে যাই শোষক শ্ৰেণীসমূহৰ অনুকম্পা, অনুদান, পৃষ্ঠপোষকতাৰ ওপৰত জীৱিকাৰ কাৰণে নিৰ্ভৰশীল হৈ চলিবলগীয়া অৱস্থা আগৰ দৰেই থাকিল। শাসক আৰু শোষকসকলৰ স্বাৰ্থত যিকোনো ধৰণে ক্ষতি সাধন কৰিবৰ সম্ভাৱনা থকা সকলো প্ৰকাৰৰ সাহিত্য আৰু কলা-সৃষ্টিকে অৱদমিত কৰি ৰাখি, শোষণ ব্যৱস্থাৰ সপক্ষে, শোষণ ব্যৱস্থাৰ প্ৰতি মোহ সৃষ্টি কৰিব পৰা সাহিত্য আৰু কলা সৃষ্টিসমূহক শাসক আৰু শোষকসকলে পৃষ্ঠপোষকতা কৰি সম্প্ৰসাৰণৰ সুযোগ দিলে। তদুপৰি শ্ৰেণীবিভক্ত সমাজত সংস্কৃতিৰ বিকাশৰ পথত—শোষক আৰু শাসকসকলে শোষণ ব্যৱস্থাক মনোমোহা কৰি দেখুওৱাৰ উদ্দেশ্যে পৰিকল্পিতভাৱে শিল্পী সাহিত্যিকসকলক কলা-সৃষ্টি কৰিবলৈ নিযুক্ত কৰিব ধৰিলে। জীৱিকাৰ প্ৰয়োজনত, ধনৰ লোভত, প্ৰতিষ্ঠাৰ লোভত বহুতো শিল্পী সাহিত্যিকে শোষক আৰু শাসকসকলৰ নিৰ্দেশ মতে, নিজৰ কোনো সৌন্দৰ্যবোধ আৰু অনুভূতিৰ পৰা প্ৰেৰণা নলৈ নকৰাকৈয়ো কিছুমান সাহিত্য আৰু কলা সৃষ্টি কৰিব ধৰিলে। বুদ্ধিমান মানুহে প্ৰচলিত সাহিত্য আৰু কলা সৃষ্টিৰ ৰূপবিলাক ব্যৱহাৰ কৰি

নিজৰ সৌন্দৰ্যবোধ আৰু অনুভূতিবিলাক প্ৰকাশ কৰাৰ সলনি শোষক-শাসকসকলৰ স্বাৰ্থ ৰক্ষাৰ আঁচনিবিলাককে প্ৰকাশ কৰাত লাগি গ'ল।

এনে ধৰণৰ ভেজাল কলা সৃষ্টিৰ বাহ্যিক ৰূপ কলা-সাহিত্যৰ নিচিনা হলেও তাত কলা-সাহিত্যৰ সাৰ-বস্তু কলাকাৰৰ সৌন্দৰ্যবোধ আৰু অনুভূতি নথকাৰ ফলত এইবোৰে সমাজ জীৱনত মঙ্গল সাধন কৰাৰ পৰিবৰ্ত্তে সমাজ জীৱনত বহু ধৰণে অমঙ্গল আনিব ধৰিলে। সমাজত মানুহৰ ধ্যান-ধাৰণা, ৰুচি-বোধ, সাজ-পোচাক, ৰীতি নীতি আদি গঢ়ি উঠাত এই ধৰণৰ ভেজাল কলা সৃষ্টিবোৰে কু-প্ৰভাৱ পেলাব ধৰিলে। মানুহক প্ৰকৃত আনন্দ, প্ৰকৃত সৌন্দৰ্যবোধ দিয়াৰ পৰিবৰ্ত্তে বিকৃত আনন্দ, বিকৃত সৌন্দৰ্যবোধ পৰিবেশন কৰিব ধৰিলে। মানুহে প্ৰকৃতিক জয় কৰি মানৱ জাতিৰ কাৰণে এটা সুখময় জীৱন গঢ়ি তোলাৰ কাৰণে মানুহক অনুপ্ৰেৰণা দিয়াৰ পৰিবৰ্ত্তে মানুহে মানুহক শোষণ কৰি, আনৰ কষ্ট আৰু লঘু-লাঞ্চনাৰ বিনিময়ত নিজৰ কাৰণে সুখ লাভ কৰাৰ ধ্যান-ধাৰণা জাগ্ৰত কৰিলে; মানুহৰ প্ৰকৃতি তথা পশু-সুলভ প্ৰবৃত্তিবোৰক নিয়ন্ত্ৰিত কৰি সকলো মানুহৰ কাৰণেই মিলিজুলি থাকিব পৰা এখন সুখী সমাজ গঢ়ি তোলাৰ কাৰণে মানুহক অনুপ্ৰেৰণা যোগোৱাৰ সলনি, মানুহে মানুহক ঘৃণা কৰা, মানুহৰ লগত মানুহৰ শত্ৰুতা বৃদ্ধি কৰি পৰস্পৰে আতঙ্কত জীৱন নিৰ্বাহ কৰিবলগীয়া পৰিবেশ এটাৰ সৃষ্টি কৰিলে।

সৌন্দৰ্যবোধ আৰু কলাকাৰৰ গভীৰ অনুভূতি নোহোৱাকৈ কলাৰ অকল বাহ্যিক খোলা এটাৰ ভিতৰত এনে ধৰণৰ স্বাৰ্থজনিত বিষয়-বস্তু সুমুৱাই যি বিবোৰ সৃষ্টি কৰা হ'ল সেইবোৰেই হ'ল দুষ্কৃতি আৰু অপ-সংস্কৃতিৰ বাহন। আমাৰ কাজ-কৰ্ম, ধ্যান-ধাৰণা, ৰীতি-নীতি সকলোতে সৌন্দৰ্যবোধ মিশ্ৰিত হৈ আমাৰ সংস্কৃতি গঢ়ি উঠে। আনহাতে সেইবোৰত যদি সৌন্দৰ্যবোধৰ সলনি কোনো ভেজাল বস্তুক 'সৌন্দৰ্য' বুলি মিশ্ৰিত কৰা হয়, তেন্তে অপ-সংস্কৃতিহে গঢ়ি উঠিব, সংস্কৃতি নহয়। এই সম্পৰ্কে আমি আগৰ প্ৰবন্ধতো আলোচনা কৰি আহিছো। এতিয়া পুঁজিবাদী যুগত সংস্কৃতিৰ আৰু সাহিত্যৰ বিকাশৰ পথত প্ৰভাৱ বিস্তাৰ কৰা কেইটামান ঘাই ঘাই কথাৰ আলোচনা কৰাৰ চেষ্টা কৰিম।

## (গ) সংস্কৃতিৰ বিকাশত ব্যক্তিগত সম্পত্তিৰ প্ৰভাৱ :

মানৱ সমাজৰ আদিম অৱস্থাত ব্যক্তিগত জীৱন আৰু ব্যক্তিগত সম্পত্তিৰ প্ৰচলনো নাছিল, ধাৰণাও নাছিল। ব্যক্তিগত সম্পত্তিৰ প্ৰথা আৰু ব্যক্তিগত

জীৱনৰ ধাৰণাই সমাজ জীৱনত প্ৰভাৱ বিস্তাৰ কৰে দাস যুগত আৰু তাৰ চূড়ান্ত বিকাশ হয় পুঁজিবাদী যুগত। পুঁজিবাদী যুগত সমাজৰ উৎপাদিকা শক্তিসমূহৰ অভূতপূৰ্ব বিকাশে মানৱ সমাজত ব্যক্তিগত সম্পত্তিৰ সম্পৰ্কবিলাক আৰু খাপ নোখোৱা কৰি তুলিছে, সমাজ পুনৰ সমূহীয়া সম্পত্তিৰ প্ৰথালৈ ঘূৰি যোৱাৰ উপক্ৰম হৈছে। ইতিমধ্যে পৃথিৱীৰ প্ৰায় এক তৃতীয়াংশ অঞ্চলত এক তৃতীয়াংশ জনসাধাৰণে সমাজতান্ত্ৰিক সমাজ ব্যৱস্থা গঢ়ি তুলিছে, য'ত সমাজৰ সকলো উৎপাদনৰ উপায় আৰু সমগ্ৰ সমাজৰ সম্পত্তিত পৰিণত হৈছে। সমাজতান্ত্ৰিক সমাজত ক্ৰমে ক্ৰমে ব্যক্তি আৰু সমাজৰ মাজত স্বাৰ্থৰ সংঘাত বিলুপ্ত হৈ আহিব ধৰিছে। ব্যক্তিৰ মঙ্গলৰ কাৰণে সমগ্ৰ সমাজৰ মঙ্গল অপৰিহাৰ্য বুলি ধ্যান-ধাৰণা গঢ়ি উঠিছে আৰু সমাজৰ মঙ্গলেই সকলো ব্যক্তিৰ মঙ্গল সাধন কৰাটো অৱধাৰিত বুলি উপলব্ধি কৰিব ধৰিছে। সমাজৰ উৎপাদিকা শক্তিবোৰৰ বিকাশৰ পথত আদিম সাম্যবাদী সমাজৰ পৰা দাস প্ৰথা আহিল। দাস প্ৰথাৰ পৰা সামন্তবাদ, সামন্তবাদৰ পৰা পুঁজিবাদ আহিল আৰু পুঁজিবাদৰ পৰা সমাজতন্ত্ৰলৈ মানৱ সমাজৰ উত্তৰণ আৰম্ভ হৈছে। সংস্কৃতিৰ ইতিহাস অধ্যয়ন কৰিলেও সমাজ বিকাশৰ এই বিভিন্ন স্তৰত গঢ়ি উঠা মানুহৰ ধ্যান-ধাৰণা, ৰীতি-নীতি, ৰুচিবোধ, জীৱনৰ মূল্যবোধ ইত্যাদিয়ে সমাজৰ এই ক্ৰমবিকাশৰ গতিকে দেখুৱাই দিয়ে। যুগে যুগে মানৱ সমাজৰ উৎপাদিকা শক্তিবোৰৰ বিকাশে আৰু সেইবোৰে গঢ়ি তোলা নানা ধৰণৰ উৎপাদন সম্পৰ্কবিলাকে মানুহৰ চিন্তা জগতত কি ধৰণৰ প্ৰতিক্ৰিয়া কৰিছিল, বিভিন্ন যুগৰ সাহিত্য আৰু কলা সৃষ্টিৰ মাজেৰে আমি তাৰেই প্ৰতিফলন দেখিবলৈ পাওঁ।

প্ৰকৃতিৰ শক্তিবোৰৰ ওচৰত মানুহে অসহায় বোধ কৰি প্ৰকৃতিক জয় কৰাৰ কল্পনাই যেনেকৈ এটা যুগৰ সমস্যাৰ পৰিচয় দিছে, সমাজত সকলো আছে অথচ ভোগ কৰিব নোৱাৰি, সমাজতে সৃষ্ট হোৱা শোষক শক্তিসমূহৰ ওচৰত সাধাৰণ শ্ৰমজীৱী মানুহে অসহায়বোধ কৰি ভাগ্যক বিশ্বাস কৰিবলৈ আৰম্ভ কৰা, অদৃশ্য ভগৱানৰ কল্পনা কৰিব ধৰা, জীৱনত সন্মুখীন হোৱা সমস্যাবোৰক জীৱন কালতে সমাধান কৰাটো অসম্ভৱ বুলি ভৱা, আনন্দময় আৰু নীতিনিষ্ঠ জীৱনৰ বাবে পৰজন্মৰ কল্পনা কৰা, সকলো সামাজিক অন্যায় আৰু শোষণত জৰ্জৰিত অৱস্থাকে পূৰ্বজন্মৰ কৰ্মফল বুলি ভাবিব ধৰা, ধ্যান-ধাৰণা ইত্যাদিয়ে আন এটা যুগৰ সমস্যাৰ পৰিচয় দিয়ে।

সমাজ একো নহয় 'মইহে' সকলো, 'মোৰ' ইচ্ছা মতেই সমাজক নিয়ন্ত্ৰণ কৰিব পাৰো, সমাজৰ সকলো সম্পদ, সকলো সুখ 'মোৰ' কাৰণেই, 'মই' মাত্ৰ

দখল কৰি লব লাগে ইত্যাদি ধৰণৰ ধ্যান-ধাৰণাই আন এটা যুগৰ সমস্যাসমূহৰ পৰিচয় দিয়ে। বিভিন্ন যুগৰ সাহিত্য আৰু কলা সৃষ্টিসমূহে এই আটাইবোৰ যুগৰ সমস্যাকে প্ৰতিফলিত কৰিছে।

প্ৰকৃতিৰ শক্তিসমূহৰ বহুতকে নিয়ন্ত্ৰিত কৰি মানুহৰ জীৱনৰ নিৰাপত্তাৰ ব্যৱস্থা হ'ল, পৃথিৱীৰ ভৌগোলিক আৰু প্ৰাকৃতিক ৰূপ অভিনৱ ধৰণে পৰিৱৰ্তিত কৰি পৃথিৱীখন মানুহৰ কাৰণে নিৰাপদ বাসভূমিত পৰিণত কৰা হ'ল, মানুহৰ জীৱন ধাৰণৰ কাৰণে প্ৰয়োজনীয় সামগ্ৰীসমূহৰ উৎপাদনৰ প্ৰাচুৰ্য অভিনৱ ধৰণে বাঢ়ি গ'ল, বিভিন্ন ধৰণৰ উন্নত যন্ত্ৰ-পাতিৰ আৱিষ্কাৰে মানুহৰ শাৰীৰিক শ্ৰমৰ প্ৰয়োজনীয়তা নামমাত্ৰলৈ নমাই নিলে। কিন্তু মানুহে নিজেই গঢ়ি তোলা মানুহৰ সমাজ, ৰীতি-নীতি, ধ্যান-ধাৰণা, ৰাষ্ট্ৰ, আইন-কানুন ইত্যাদিয়ে মানুহৰ সঠিক স্বৰূপটোকে নোহোৱা কৰি পেলালে।

আজিৰ সমাজত কোনজন মানুহ বলী, সেইটো নিৰূপণ কৰা হয় তেওঁৰ কিমান ধন আছে তাৰ দ্বাৰা, তেওঁৰ শাৰীৰিক শক্তি বা স্বাস্থ্যজনিত বলৰ দ্বাৰা নহয়। এজন ৰুগীয়া, দুৰ্বল ক্ষীণকায় ব্যক্তিয়েও ধনৰ মালিক হব পাৰিলে হেজাৰ হেজাৰ বলিষ্ঠ যুৱকক তেওঁৰ ধনেৰে কিনি লোৱা আৰু অস্ত্ৰ-শস্ত্ৰৰ সহায়েৰে পৰাস্ত কৰি দিয়াটো এটা সাধাৰণ কথা। এজন কুৰূপ, ৰুগীয়া, দুৰ্বল বৃদ্ধয়ো ধনৰ মালিক হব পাৰিলে পৃথিৱীৰ আটাইতকৈ ধুনীয়া গাভৰু গৰাকীকো তেওঁৰ ব্যক্তিগত সম্পত্তি কৰি লব পাৰে। মুঠেই খেতি কৰিব নজনা মানুহো প্ৰচুৰ শস্যৰ মালিক হব পাৰে, প্ৰচুৰ খেতি মাটিৰ মালিক হব পাৰে আৰু অজস্ৰ নিপুন আৰু সুশিক্ষিত খেতিয়কক খেতি কৰাৰ পৰা বিৰত কৰি ৰাখিব পাৰে। মুঠেই ঘৰ সাজিব নোৱাৰা মানুহজনেও এটা বিৰাট সুৰম্য অট্টালিকাত বাস কৰিব পাৰে আৰু সেই অট্টালিকা নিৰ্মাণ কৰোতা মিস্ত্ৰী কাৰিকৰ আৰু নানা ধৰণৰ বনুৱাসকলে সেই অট্টালিকাত ভৰি দিবই নোৱাৰে। এজন সুন্দৰ শিল্পী বা সাহিত্যিকৰ শিল্প সৃষ্টিসমূহ ধনবানসকলে বা ৰাষ্ট্ৰৰ নায়কসকলে প্ৰকাশ আৰু প্ৰচাৰৰ পৃষ্ঠপোষকতা নকৰিলে অপ্ৰকাশিত হৈয়ে ধ্বংস হৈ যাব পাৰে। আনহাতে এজন অতি নিম্ন খাপৰ শিল্পী বা সাহিত্যিকৰ অতি নিম্ন খাপৰ বা ভেজাল সৃষ্টি-সমূহেও ৰাষ্ট্ৰৰ বা ধনবানসকলৰ পৃষ্ঠপোষকতাত প্ৰকাশিত আৰু বহুলভাৱে প্ৰচাৰিত হৈ তেওঁক সমগ্ৰ সমাজতে এজন মহৎ শিল্পী বা সাহিত্যিক বুলি প্ৰতিষ্ঠিত কৰিব পাৰে। বাতৰি কাকতৰ মাধ্যমেৰে এনেদৰে মিছা কথাকো সঁচা বুলি প্ৰতীয়মান কৰাব পাৰে আৰু সঁচা কথাকো অপ্ৰকাশিত আৰু অপ্ৰচাৰিত কৰি ৰাখিব পাৰে।

সমাজৰ উৎপাদনৰ উপায়সমূহ ব্যক্তিগত সম্পত্তিত পৰিণত হোৱাৰ পিছত, উৎপাদনৰ উপায়সমূহত সমাজৰ সকলো লোকেই শ্ৰম কৰা আৰু সমাজৰ উৎপাদন বৃদ্ধিত বৰঙণি যোগোৱা, শ্ৰমৰ মাজেদি চিন্তা শক্তিৰ বিকাশ ঘটোৱা আৰু নিজৰ উন্নত চিন্তাক নিয়োগ কৰি উন্নত ধৰণৰ কাম কৰা এই স্বাভাৱিক প্ৰক্ৰিয়াটোৱেই বিকৃত হৈ গ'ল। উৎপাদনৰ উপায়সমূহৰ মালিক কেইজনে যিসকল লোকক কামত নিয়োগ কৰে অকল সেইখিনি মানুহেহে কাম কৰাৰ সুযোগ পায়; বাকী মানুহবোৰৰ শক্তি, দক্ষতা, অভিজ্ঞতা, চিন্তা সকলো বিফলে যায়। আনহাতে যিখিনি মানুহ উৎপাদনৰ উপায়সমূহত কাম কৰাত নিয়োজিত হয়, তেওঁলোকেও নিজৰ চিন্তা অনুযায়ী কাম কৰিব নোৱাৰে, নিজৰ চিন্তা কামত ব্যৱহাৰ কৰিব নোৱাৰে। মালিকসকলৰ নিৰ্দেশ মতেহে তেওঁলোকে কাম কৰিব পাৰে। 'চিন্তা'ৰ অধিকাৰী হৈ পৰিল অকল উৎপাদনৰ উপায়সমূহৰ মালিকখিনিহে, যিসকলৰ বাস্তৱ কৰ্মৰ লগত কোনো সংযোগেই নাই। ব্যক্তিগত সম্পত্তিৰ বিকাশে চূড়ান্ত পৰ্যায় পালেগৈ পুঁজিবাদী যুগত। পুঁজিবাদৰ যিমানে বিকাশ ঘটে সিমানেই একোজন পুঁজিপতিৰ সম্পত্তিৰ পৰিমাণ বাঢ়ে আৰু সিমানেই অধিক সংখ্যক লোকৰ হাতত উৎপাদনৰ উপায় একেবাৰে নোহোৱা হৈ পৰে। সেই কাৰণে সমাজৰ এই বিৰাট সংখ্যক লোকে মাত্ৰ জীয়াই থকাৰ কাৰণে পুঁজিপতিসকলৰ ওচৰত নিজৰ শাৰীৰিক, মানসিক সকলো শ্ৰম-শক্তিকে বিক্ৰী কৰি দিবলৈ বাধ্য হৈ পৰে। পুঁজিপতিসকলৰ হাতত থকা উৎপাদন উপায়সমূহত এই বিৰাট সংখ্যক জনসাধাৰণৰ শ্ৰম-শক্তি ব্যৱহাৰ কৰি শ্ৰমলৈ ৰূপান্তৰিত কৰা হয় আৰু বজাৰত বিক্ৰী কৰি পুঁজিপতিসকলৰ ধন-সম্পত্তিৰ বৃদ্ধি কৰাৰ উদ্দেশ্যেই নানা ধৰণৰ পণ্য উৎপাদন কৰা হয়। মজুৰৰ শ্ৰম-শক্তিৰ দ্বাৰা যেনেকৈ ভাত, কাপোৰ, নানা ধৰণৰ খাদ্য-দ্ৰব্য আৰু মানুহৰ ভোগ্য-দ্ৰব্য উৎপাদন কৰা হয়—শিল্পী, সাহিত্যিক আৰু অন্যান্য বুদ্ধিজীৱীসকলৰ মানসিক শ্ৰমৰ শক্তি তথা চিন্তা শক্তিকো সেইদৰে কিনি লৈ পুঁজিপতিসকলৰ স্বাৰ্থৰ হকে ধ্যান-ধাৰণা, আইন-কানুন, ৰীতি-নীতি, ৰুচিবোধ আদি গঢ়ি তোলাৰ কাৰণে সাহিত্য, শিল্প, অৰ্থনৈতিক তত্ব, ৰাজনৈতিক তত্ব, সমাজ-বিজ্ঞানৰ নানা তত্ব, দৰ্শনৰ নানা তত্ব, বিজ্ঞানৰ বিভিন্ন আৱিষ্কাৰ আদি পৰিকল্পিতভাৱে সৃষ্টি কৰা হয়।

শিল্পী, সাহিত্যিক, সঙ্গীতজ্ঞ সকলোৱে তেওঁলোকৰ শিল্প সৃষ্টি কৰিবলৈ হলে খাই-লৈ জীয়াই থকাৰ এটা ব্যৱস্থা থাকিব লাগিব। কিন্তু জীৱন-ধাৰণৰ কাৰণে প্ৰয়োজনীয় সকলো উপকৰণৰ কাৰণেই প্ৰত্যক্ষ বা পৰোক্ষভাৱে সমাজৰ সকলো মানুহৰ নিচিনাই তেওঁলোকো পুঁজিপতিসকলৰ মুখাপেক্ষী হৈ থাকিবলৈ বাধ্য

হৈ পৰে। শিল্পী বা সাহিত্যিকে নিজৰ সৌন্দৰ্যবোধ আৰু অনুভূতিৰ দ্বাৰা অনুপ্ৰাণিত হৈ এটা কি শিল্প-সৃষ্টি কৰিলে বা সাহিত্য লিখিলে তেওঁ জীয়াই থকাৰ কাৰণে প্ৰয়োজনীয় উপকৰণখিনি সেই শিল্প-সৃষ্টি বা সাহিত্য ৰচনাৰ বিনিময়তে পাব লাগিব। তাৰ কাৰণে তেওঁৰ সেই শিল্প-সৃষ্টি বা সাহিত্যই প্ৰকাশ পোৱাৰ, প্ৰচাৰিত হোৱাৰ সুবিধা পাব লাগিব। গতিকে ছপাশালৰ মালিক, প্ৰকাশক বা তেনে কোনো ব্যক্তি বা প্ৰতিষ্ঠানে তেওঁৰ শিল্প-সৃষ্টি বা সাহিত্য প্ৰকাশ কৰাৰ সুবিধা দিব লাগিব, তাৰ কাৰণে প্ৰয়োজনীয় ধনৰ যোগান ধৰিব লাগিব। যিকোনো শিল্প-সৃষ্টি বা সাহিত্যই প্ৰকাশ আৰু প্ৰচাৰৰ কাৰণে প্ৰত্যক্ষ নহলেও পৰোক্ষভাৱে এই ছপাশালৰ মালিক, প্ৰকাশক, প্ৰচাৰক বা ধনৰ যোগান ধৰোঁতাসকলৰ ওপৰতে নিৰ্ভৰশীল হৈ পৰে। কিন্তু এই প্ৰকাশ আৰু প্ৰচাৰৰ মালিক সকলে যিকোনো শিল্প বা সাহিত্য প্ৰচাৰ কৰোতে স্বাভাৱিকতে লক্ষ্য কৰিব তেওঁলোকৰ লাভৰ প্ৰতি। এই লাভ দুই ধৰণে হব পাৰে। প্ৰথম বিধ হ'ল যিকোনো সাহিত্য বা শিল্প-সৃষ্টিকে স্ৰষ্টাসকলৰ পৰা কম দামত কিনি আনি অধিক দামত বিক্ৰী কৰি মুনাফা কৰা অৰ্থাৎ তৎকালীন আৰ্থিক লাভ। দ্বিতীয় বিধ লাভ হ'ল তেনে শিল্প-সৃষ্টি বা সাহিত্যৰ প্ৰচাৰৰ দ্বাৰা মানুহৰ মনত প্ৰচলিত শোষণ ব্যৱস্থাৰ প্ৰতি যিকোনো ধৰণে মোহ সৃষ্টি কৰাত সহায়ক হব বুলি আশা কৰা। এই দুইবিধ লাভৰ যিকোনো এবিধৰ আশা দেখিলেহে তেওঁলোকে যিকোনো শিল্প-সৃষ্টি বা সাহিত্য প্ৰকাশিত হোৱাত আৰু প্ৰচাৰিত হোৱাত পৃষ্ঠপোষকতা কৰিব।

শিল্পী-সাহিত্যিকসকল এইদৰে জীৱিকাৰ কাৰণে সম্পত্তিশীল ব্যক্তিসকলৰ পৃষ্ঠপোষকতা আৰু দয়াৰ ওপৰত নিৰ্ভৰশীল হৈ পৰাৰ ফলশ্ৰুতি হিচাপে এচাম শিল্পী-সাহিত্যিকে তেওঁলোকৰ শিল্প কৰ্ম আৰু লেখাকে আশা কৰা ধৰণে প্ৰকাশ আৰু প্ৰচাৰ কৰিব নোৱাৰি হতাশ হৈ যায় আৰু তেওঁলোকৰ শিল্প-প্ৰতিভা কলিতে মৰহি যায়। আনহাতে এচামে সচেতন বা অবচেতনভাৱেই সম্পত্তিশীল ব্যক্তিসকলৰ ফৰ্মাছ মতে শিল্প-সাহিত্য সৃষ্টি কৰাত লাগি যায়। ফলত এই চাম শিল্পী সাহিত্যিকে সমাজৰ শোষক শ্ৰেণীৰ স্বাৰ্থৰ হকে, শোষণ ব্যৱস্থাৰ প্ৰতি সমাজৰ মানুহক মোহগ্ৰস্থ কৰাৰ কামত তেওঁলোকৰ সকলো প্ৰতিভাকে নিয়োগ কৰে, সৌন্দৰ্যবোধক বিকৃত কৰে; সমাজত বিকৃত ধ্যান-ধাৰণা, ৰুচিবোধ আদি সৃষ্টি কৰাত আগৰণুৱা হৈ পৰে। এই ধৰণে সচেতন বা অবচেতনভাৱে নিজৰ স্বতঃস্ফূৰ্ত্ত সৌন্দৰ্যবোধৰ অনুভূতিৰ দ্বাৰা শিল্প-সাহিত্য সৃষ্টিত ব্ৰতী নহৈ শোষক

শ্ৰেণীসমূহৰ স্বাৰ্থজনিত বক্তব্যকে শিল্প-সাহিত্যৰ মাধ্যমেৰে প্ৰচাৰ কৰাত নিযুক্ত হৈ পৰা প্ৰতিভা সম্পন্ন শিল্পী-সাহিত্যিকসকলেই হ'ল সমাজত "অপ সংস্কৃতি"ৰ জন্মদাতা।

মানৱ সমাজ শ্ৰেণী বিভক্ত হৈ পৰাৰ পিছৰ পৰাই শোষক আৰু শোষিত শ্ৰেণীসমূহৰ মাজত শ্ৰেণী বিৰোধ আৰু শ্ৰেণী সংগ্ৰাম সদায় চলি আছে আৰু এই শ্ৰেণী সংগ্ৰামৰ মাজেৰেই সমাজে বিকাশ লাভ কৰি আছে। সংস্কৃতিৰ ক্ষেত্ৰতো শোষক শ্ৰেণীৰ সংস্কৃতি আৰু শোষিত শ্ৰেণীৰ সংস্কৃতিৰ মাজত এই সংগ্ৰাম চলি আছে আৰু এই সংগ্ৰামৰ মাজেদিয়ে সংস্কৃতিয়ো বিকাশ লাভ কৰি আছে। শোষক শ্ৰেণীসমূহে শোষণ ব্যৱস্থাৰ অনুকূলে মানুহৰ ধ্যান ধাৰণা, ৰুচিবোধ সৃষ্টি কৰাৰ প্ৰয়াস কৰি আছে আৰু তাৰ বিপৰীতে শোষিত শ্ৰেণীয়ে শোষণ ব্যৱস্থাৰ বিৰুদ্ধে ধ্যান ধাৰণা, ৰুচিবোধ সৃষ্টি কৰাৰ প্ৰয়াস কৰি আছে। সৌন্দৰ্য-বোধৰ দ্বাৰা অনুপ্ৰাণিত হৈ এখন সুন্দৰ সমাজ, এটা সুন্দৰ জীৱন গঢ়ি তোলাৰ কল্পনা কৰা শিল্পী-সাহিত্যিকসকলে কোনো যুগতেই শোষণ ব্যৱস্থা আৰু এই ব্যৱস্থাই সমাজ জীৱনক কুৎচিং কৰি পেলোৱা ধ্যান-ধাৰণা, ৰুচিবোধসমূহ সমৰ্থন কৰিব পৰা নাই আৰু ভৱিষ্যতেও নোৱাৰে। শোষণ ব্যৱস্থাৰ বিৰুদ্ধে বিদ্ৰোহ কৰা, এই ব্যৱস্থাই সৃষ্টি কৰা ধ্যান-ধাৰণা আৰু ৰুচিবোধবোৰৰ বিৰুদ্ধে বিদ্ৰোহ কৰা শিল্পী-সাহিত্যিকসকলে কোনো যুগতে শোষক শ্ৰেণীসমূহৰ তথা সমাজৰ সম্পত্তিশালী লোকসকলৰ পৃষ্ঠপোষকতা পোৱা নাই; আনকি বহু সময়ত বহু ধৰণে শাসক আৰু শোষক শ্ৰেণীসমূহৰ দমন-পীড়নৰ বলি হব লগীয়াও হৈছে। গতিকে স্বাভাৱিকতেই তেওঁলোকৰ শিল্প কৰ্মসমূহে প্ৰকাশ আৰু প্ৰচাৰ পোৱাত বহুতো বাধাৰ সন্মুখীন হব লগীয়া হৈছে। তৎসত্বেও তেওঁলোকৰ শিল্পকৰ্মসমূহে, তেওঁলোকৰ আত্মত্যাগে সমাজৰ অধিকাংশ লোকেক আকৃষ্ট কৰিবলৈ সমৰ্থ হৈ আহিছে আৰু তেওঁলোকৰ শিল্প-কৰ্মসমূহেই কালজয়ী হৈ আহিছে। তেওঁলোকৰ শিল্প-কৰ্মসমূহত প্ৰকৃত সৌন্দৰ্যবোধৰ অনুভূতি, সমাজ জীৱন সুন্দৰ কৰাৰ কামনা আৰু কল্পনা, মানুহক অন্ধ-বিশ্বাস আৰু কু-সংস্কাৰৰ পৰা মুক্ত কৰাৰ প্ৰচেষ্টা, মানুহৰ মনত সৌন্দৰ্যবোধ জাগ্ৰত কৰাৰ নিচিনা গুণবিলাক নিহিত হৈ আছে কাৰণেই এইবোৰ কালজয়ী হৈছে, এইবোৰৰ প্ৰকাশ আৰু প্ৰচাৰ বাধাগ্ৰস্থ হোৱা স্বত্বেও এইবোৰে সমাজৰ অধিকাংশ লোকেক যুগে যুগে আকৃষ্ট কৰিব পাৰিছে। সমাজ আৰু ব্যক্তিৰ কাৰণে জীৱন সুন্দৰ আৰু উন্নত কৰাৰ ধ্যান-ধাৰণা আৰু ৰুচি-বোধবিলাক একাবেকা গতিৰে হলেও এইবোৰেই সৃষ্টি কৰি আহিছে। এক কথাত কবলৈ হলে এইবোৰেই মানৱ সমাজৰ সংস্কৃতি গঢ়ি তুলিছে আৰু গঢ়ি আছে। মানৱ সমাজেও অগ্ৰগতি লাভ কৰিছে এইবোৰৰ সাহায্যৰ দ্বাৰাইহে।

(ঘ) ধনৰ দ্বাৰা সংস্কৃতি বিকৃতকৰণ :

আমি আগেয়ে আলোচনা কৰি আহিলো যে সমাজত ব্যক্তিগত সম্পত্তিৰ প্ৰথা প্ৰচলিত হোৱাৰ পিছত সংস্কৃতিৰ বিকাশৰ স্বাভাৱিক পথ কেনেকৈ ৰুদ্ধ হৈ গৈছে। সম্পত্তিৰ প্ৰভাৱে মানুহৰ স্বাভাৱিক প্ৰবৃত্তিবোৰকেই বিকৃত কৰি পেলাইছে। আমি এই পৃথিবীত প্ৰকৃতিৰ পৰা যি আশা কৰো, সমাজৰ পৰা যি আশা কৰো সেই আশা আকাংখাবোৰো বিকৃত হৈ গৈছে। আমি কি ভাল পাওঁ, কি বেয়া পাওঁ, কি আশা কৰো, কি আশা নকৰো, আমি কি কৰিবলৈ ভাল পাওঁ অথচ কি কৰিবলৈ বাধ্য হওঁ বা কি কৰি থাকিবলগীয়া হৈছে— এই আটাইবোৰেই সম্পত্তিৰ তথা ধনৰ প্ৰভাৱে নিয়ন্ত্ৰিত কৰি আছে। আমাৰ চাৰিও-ফালে সিঁচৰিত হৈ থকা ভোগ্য বস্তুবোৰ আমি ভোগ কৰিবৰ ইচ্ছা কৰো নে নকৰো সেইটো নিয়ন্ত্ৰিত হৈছে ধনৰ দ্বাৰা। আমাৰ চাৰিওফালে থকা সমাজৰ মানুহবোৰৰ কাৰ লগত কি ধৰণৰ সম্পৰ্ক গঢ়ি তুলিম সেইটোও নিয়ন্ত্ৰিত হৈছে ধনৰ দ্বাৰা, আমাৰ লগত কোনে কি ধৰণৰ সম্পৰ্ক গঢ়ি তুলিব সেইটোও নিয়ন্ত্ৰিত হৈছে ধনৰ দ্বাৰাইহে। এজন খোৰা বা অসুস্থ মানুহে খোজ কাঢ়িবলৈ কষ্ট পাইছে, অথচ ওচৰেদি যোৱা বাছখনত বা ৰিক্সা এখনত উঠি যাবলৈ ইচ্ছা কৰিব নে নকৰে, এজন ভোকত কলমলাই থকা মানুহে সন্মুখতে দোকানত সজাই থোৱা বিভিন্ন ধৰণৰ সু-খাদ্যবিলাক দেখি খাবৰ ইচ্ছা কৰিব নে নকৰে, এই আটাইবোৰেই ধনৰ ওপৰত নিৰ্ভৰশীল। হাতত পইছা নথকা মানুহজনে ৰিক্সা বা বাছত উঠি যোৱাৰ বা দোকানৰ পৰা কিবা এটা কিনি আনি খোৱাৰ ইচ্ছাই নকৰে বা কৰিলেও সেই ইচ্ছা এটা কল্পনাতে সীমাবদ্ধ থাকি লীণ হৈ যাব, সি আৰু বাস্তৱত কেতিয়াও ৰূপায়িত নহয় বা প্ৰকাশেই লাভ নকৰে। আনহাতে হাতত পইছা থকা এজন সক্ষম মানুহেও যি কোনো সময়তে ৰিক্সা বা বাচখনত উঠি যাব পাৰে কাৰণেই তেওঁ অপ্ৰয়োজনতো ভেনে ইচ্ছা কৰিব আৰু ভোক নাথাকিলেও কিনি খাব পাৰে কাৰণেই ভাল বস্তু এটা দেখিলেই হয়তো তেওঁৰ খোৱাৰ ইচ্ছা হব। এইদৰেই মানুহৰ ইচ্ছা-অনিচ্ছা সকলো কাৰ্যতঃ ধনৰ দ্বাৰাইহে সৃষ্ট হৈ আছে, প্ৰয়োজনৰ দ্বাৰা নহয়। আমাৰ অভাৱ পূৰণ কৰিব পৰা সকলো বস্তুকেই যিহেতু ধনৰ দ্বাৰাইহে লাভ কৰিব পাৰি সেই সকলো বস্তুৰ লগতে আমাৰ সম্পৰ্ক ধনেইহে নিয়ন্ত্ৰিত কৰি আছে। ধনহীন মানুহৰ আশা-আকাংখা, ইচ্ছা সকলো লুপ্ত বা সুপ্ত হৈ গৈছে, তাৰ কোনো বাস্তৱিক মূল্যই নাই। আনহাতে ধনবান মানুহৰ হাতত ধন আছে মানেই

সকলো আছে আৰু পৃথিৱীৰ সকলো বস্তুৰ ওপৰতে তেওঁৰ অধিকাৰ সাব্যস্ত হৈ আছে। এইদৰে দেখা যায় যে ধনে বাস্তৱকো কল্পনালৈ ৰূপান্তৰিত কৰিছে আৰু কল্পনাকেই বাস্তৱ কৰি তুলিছে। সমগ্ৰ পৃথিৱীখন আৰু সমগ্ৰ মানৱ সমাজখনেই এটা কৃত্ৰিম ৰূপতহে আমাৰ সমুখত দেখা দিছে। খোৱা দেখিলেই ভোক লাগিছে বুলি ভাবিব নোৱাৰি, `নোখোৱা দেখিলেই ভোক নাই বুলিও ভাবিব নোৱাৰি। এজন মানুহে মিস্ত্ৰি কাম কৰি আছে কাৰণেই তেওঁ মিস্ত্ৰি হব বিচাৰে বুলি ভাবিব নোৱাৰি, এজন মানুহে কোনো দিনেই স্কুলৈ যাব নোৱাৰিলে কাৰণেই তেওঁৰ পঢ়াৰ ইচ্ছা নাছিল বুলিও ভাবিব নোৱাৰি। এজন মানুহ দেখাত ক্ষীণ আৰু ৰুগীয়া কাৰণেই তেওঁৰ বল নাই বুলি ভাবিব নোৱাৰি, আন এজন মানুহ স্বাস্থ্যবান আৰু শকত-আৱত কাৰণেই তেওঁক মহাবলী বুলিও ভাবিব নোৱাৰি। এজনী ধুনীয়া গাভৰু ছোৱালীয়ে অতি আগ্ৰহেৰে এজন ধনী, বয়সীয়া, ৰুগীয়া মানুহক বিয়া কৰাব বিচাৰিছে কাৰণেই তেওঁ মানুহজনৰ প্ৰেমত পৰিছে বুলিও ভাবিব নোৱাৰি। এখন সুন্দৰ খেতিৰ উপযোগী পথাৰ এনেয়ে চন পৰি আছে কাৰণেই তাত কোনো মানুহে খেতি কৰিব নিবিচাৰে বুলিও ভাবিব নোৱাৰি আৰু হাজাৰ হাজাৰ কৰ্মক্ষম যুৱকে একো কাম নকৰি বহি আছে কাৰণেই তেওঁলোকক কৰ্ম বিমুখ বুলিও ভাবিব নোৱাৰি। তাৰ মানে প্ৰকৃতিত আৰু মানৱ সমাজত আমি অহৰহ যিবোৰ বস্তু আৰু মানুহক যিদৰে দেখি আছো, তাৰ কোনো এটাকে আমি প্ৰকৃত ৰূপত দেখিব পোৱা নাই, এটা বিকৃত ৰূপতহে দেখা পাইছো। এই সম্পৰ্কত কাৰ্ল মাৰ্ক্সৰ লেখাৰ পৰা দুই চাৰি আষাৰ কথাৰ উদ্ধৃতি নিশ্চয় প্ৰাসঙ্গিক হব।

'মোৰ ভ্ৰমণ কৰিবলৈ টকা নাই, গতিকে মোৰ ভ্ৰমণ কৰাৰ প্ৰয়োজনো নাই, অৰ্থাৎ ভ্ৰমণ কৰাৰ কাৰণে বাস্তৱ আৰু সত্তৰপৰ প্ৰয়োজন নাই। মোৰ পঢ়িবৰ কাৰণে ইচ্ছা আছে কিন্তু টকা নাই, তাৰ মানে মোৰ পঢ়াৰ ইচ্ছাই নাই অৰ্থাৎ কাৰ্যকৰী বা বাস্তৱ ইচ্ছা নাই। আনহাতে মোৰ আচলতে পঢ়াৰ ইচ্ছাই নাছিল, কিন্তু মোৰ টকা আছে কাৰণেই পঢ়িবৰ মন গ'ল আৰু মোৰ পঢ়াৰ কাৰণে এটা কাৰ্যকৰী ইচ্ছা আহি গ'ল। মানুহ হিচাবে মানুহৰ পৰা বা মানৱ সমাজ হিচাবে মানৱ সমাজৰ পৰা সৃষ্ট নহলেও টকা প্ৰকাশ্যভাৱে এটা সাৰ্বজনীন মাধ্যম আৰু সামৰ্থ হৈ পৰিছে যিটোৱে অলীক কল্পনাকে বাস্তৱলৈ আৰু বাস্তৱকো অলীক কল্পনালৈ ৰূপান্তৰিত কৰি আছে। মানুহ আৰু প্ৰকৃতিৰ সকলো বাস্তৱ আৰু আৱশ্যকীয় গুণকে অকাৰ্যকৰী, অপূৰণীয় অলীক কল্পনাত

পৰিণত কৰিছে; আনহাতে মানুহৰ বাস্তৱত পৰিণত হোৱাৰ সম্ভাৱনা নথকা অলীক কল্পনা কিছুমানকো বাস্তৱত কাৰ্যকৰী হোৱাৰ কাৰণে সম্ভাৱনাপূৰ্ণ কৰি তুলিছে। অকল এই বিশেষত্বটোৰ পৰাই দেখা গৈছে যে টকাই সকলো মানুহৰ ব্যক্তিত্বকে বিকৃত কৰি পেলাইছে। যিবোৰ মানুহৰ প্ৰকৃততে যিবোৰ গুণ নাই তেওঁলোকক সেইবোৰ গুণৰ অধিকাৰী সজোৱা হৈছে আৰু যিবোৰ মানুহ প্ৰকৃততে যিবোৰ ক্ষমতা আৰু গুণৰ অধিকাৰী তেওঁলোকক সেইবোৰৰ ক্ষেত্ৰতে অক্ষম আৰু গুণহীন কৰি দেখুওৱা হৈছে।'

(Karl Marx—Economic and Philosophical Manuscripts 1844)

ধনৰ দ্বাৰা মানুহ আৰু প্ৰকৃতিৰ এই বিকৃতকৰণৰ ফলতে মানুহৰ যিবোৰ প্ৰাকৃতিক প্ৰবৃত্তি, যি প্ৰাকৃতিক ৰূপ, যিবোৰ গুণ যি ধৰণে বিকশিত হ'ব লাগিছিল সেই ধৰণে বিকশিত হব পৰা নাই। মৰিবলৈ ভয় কৰা, জীয়াই থকাৰ কাৰণে আগ্ৰহ, মানুহে মানুহক ভালপোৱা ইত্যাদিৰ সলনি আজি সোনকালে মৰিবলৈ কামনা কৰা, আত্মহত্যা কৰা, জীয়াই থকাৰ কোনো সাৰ্থকতা নাই বুলি ভৱা, সমস্ত জীৱনটোক মায়াময় বুলি ভৱা, মানুহে মানুহক শত্ৰু বুলি গণ্য কৰা, প্ৰকৃতিৰ শক্তি আৰু মানৱ সমাজৰ ৰীতি-নীতিবোৰৰ সন্মুখত মানুহক অসহায় বুলি গণ্য কৰা ধ্যান-ধাৰণাৰ সৃষ্টি কৰা হৈছে। পৃথিৱীত মানুহৰ জীয়াই থকাৰ কাৰণে বাস্তৱত প্ৰয়োজনীয় উপকৰণখিনি সকলোৰে কাৰণে নিশ্চিত আৰু সহজভাৱে প্ৰাপ্য কৰি, সকলো মানুহকে উচ্চতৰ আৰু সুন্দৰ জীৱন যাপন কৰাৰ কাৰণে পথ মুকলি কৰি দিয়াৰ পৰিৱৰ্তে অকল জীয়াই থকাৰ নিশ্চয়তা অৰ্জন কৰাটোকে সমাজৰ অধিকাংশ মানুহৰ কাৰণে অসাধ্য কৰি তোলা হৈছে। ধনে এই কৃত্ৰিমভাৱে সৃষ্টি কৰা পৰিৱেশত, সমাজৰ সকলো ৰীতি-নীতি, ধ্যান-ধাৰণা, ৰুচিবোধ, কল্পনা, কলা সৃষ্টিয়ে কাৰ্যতঃ ব্যক্তিৰ আৰু প্ৰকৃতিৰ এটা বিকৃত ৰূপহে প্ৰতিফলিত কৰিছে।

## ১৪ ঃ মানুহৰ শ্ৰমেই সংস্কৃতিৰো উৎস

মানুহৰ চেতনাৰ এটা বিশেষ স্তৰতহে সৌন্দৰ্যবোধৰ উদয় হৈছে আৰু সৌন্দৰ্যবোধো এক ধৰণৰ চেতনাহে। এই বিষয়ে আমি আগতে আলোচনা কৰি আহিছো। বিশেষ ৰূপৰ চেতনাটোৰ সৃষ্টি হোৱাৰ আগতে মানুহৰ "সৌন্দৰ্য" সম্পৰ্কে কোনো ধ্যান-ধাৰণাৰ অস্তিত্ব থকাটোই সম্ভৱপৰ নাছিল। মানুহে সমাজ পাতি কাম কৰা, দল বান্ধি প্ৰকৃতিৰ বিভিন্ন স্থলত শ্ৰম কৰাৰ মাজেদিয়ে চেতনাৰ

চেতনাৰ সৃষ্টি হৈছে। চেতনা সমাজ জীৱনহে সৃষ্টি। নিজৰ অভিজ্ঞতা আনক বুজোৱা, আনৰ অভিজ্ঞতা নিজে বুজা, পৰস্পৰৰ অভিজ্ঞতা বিনিময়ৰ মাজেদি প্ৰকৃতিত নিজৰ শ্ৰমৰ দক্ষতা বৃদ্ধি কৰা, জীৱন ধাৰণ সহজ কৰি তোলা, এই উদ্দেশ্যে প্ৰকৃতিৰ বিভিন্ন শক্তিবোৰক বুজিবলৈ, বুজাবলৈ আৰু আয়ত্তাধীন কৰিবলৈ চেষ্টা কৰা ইত্যাদিৰ মাজেদিয়ে চেতনাৰ সৃষ্টি হৈছে আৰু চেতনাৰ বিকাশ ঘটি আহিছে। প্ৰকৃতিৰ পৰ্বত, নদী, সাগৰ, আকাশত বিজুলীৰ খেলা, অৰণ্যত জ্বলি উঠা বনজুই সকলোবোৰেই আদিম অৱস্থাত মানুহৰ জীৱন যাত্ৰাৰ পথত সন্ত্ৰাসৰ সৃষ্টি কৰিছিল আৰু সেইবোৰ একোৱেই মানুহৰ সৌন্দৰ্যবোধ জাগ্ৰত কৰিব পৰা নাছিল। কিন্তু যেতিয়া লাহে লাহে মানুহে সেইবোৰৰ মাজতে শ্ৰম কৰি, জীৱন ধাৰণৰ উপকৰণ সংগ্ৰহ কৰি আৰু উৎপাদন কৰি সেইবোৰ মানুহৰ জীয়াই থকাৰ প্ৰয়োজনত ব্যৱহাৰ কৰিবলৈ আৰম্ভ কৰিলে, সেইবোৰৰ ৰহস্য আৰু উপযোগিতা সম্পৰ্কেও মানুহৰ জ্ঞান বাঢ়িব ধৰিলে, মানুহে সেইবোৰক নিজৰ প্ৰয়োজনমতে পৰিৱৰ্তিত কৰা আৰম্ভ কৰিলে আৰু তাৰ লগে লগে মানুহ নিজেও পৰিৱৰ্তিত হৈ থাকিল। এনে এটা স্তৰতে মানুহৰ চেতনাত সৌন্দৰ্যবোধৰ উদয় হয়। মানুহে যেতিয়া হাবি আৰু গছৰ উপকাৰিতা আৰু উপযোগিতা সম্বন্ধে সচেতন হৈ পৰিল, তেতিয়া হাবিৰ গছ কাটোঁতে আৰু গছৰ পুলি ৰুবৰ সময়ত উভয়তে মানুহৰ উপযোগিতাৰ সুবিধাৰ দৃষ্টিভঙ্গীও আহি পৰিল। শাৰী শাৰীকৈ গছ ৰোৱা, বাচি বাচি গছৰ পুলি ৰোপণ কৰা, ভৱিষ্যতৰ সম্ভাৱনা থকা গছৰ পুলিবোৰ যেনে-তেনে কাটি নেপেলোৱা ইত্যাদিৰ ধান-ধাৰণা মানুহৰ জীয়াই থকাৰ সংগ্ৰামৰ মাজেদিয়ে তথা শ্ৰমৰ মাজেদিয়ে আহি পৰিছিল। অৱশ্যে আৰু গছক মানুহে অকল ভয় কৰাই নহয় ভাল পাবলৈও আৰম্ভ কৰিলে। সেইদৰে নদীয়ে আমাক পানী দিয়ে, মাছ দিয়ে, নদীৰ পানী বাগৰি আহি মাটি পলসুৱা কৰে ইত্যাদি বুজিব পৰা হোৱাৰ পিছতহে নদীক মানুহে ভয় কৰাৰ উপৰি ভাল পাবলৈও আৰম্ভ কৰিলে। ফুলৰ পৰা ফল হয়, সেই ফলৰ পৰা আমাৰ খাদ্য হয় আৰু নতুন গছৰ জন্মৰ সম্ভাৱনা আছে কাৰণেই ফুল আমি ভাল পাব ধৰিলোঁ। মেঘৰ পৰা অকল শিলাবৃষ্টি, বজ্ৰপাত, ধাৰাসাৰ বৰষুণ হৈ আমাৰ জীৱন বিপন্ন কৰাই নহয়, আমাৰ কাৰণে নতুন গছ-গছনি, শস্যক্ষেত্ৰৰ সম্ভাৱনাও আনি দিয়ে, আমাৰ কাৰণে প্ৰয়োজনীয় পানীৰ যোগান ধৰে ইত্যাদি বুজিব পৰাৰ পিছত মেঘ, বৰষুণ, বিজুলী সকলোকে আমি ভয় কৰাৰ উপৰি ভাল পাবলৈ আৰম্ভ কৰিলোঁ। প্ৰকৃতিৰ বিভিন্ন বস্তু, বিভিন্ন প্ৰক্ৰিয়াক আমি ভাল পাবলৈ আৰম্ভ কৰাৰ পিছতহে

সেইবোৰ আমাৰ চকুত সুন্দৰ লগা হ'ল, আমাৰ সৌন্দৰ্যবোধ জাগ্ৰত হব ধৰিলে। সেই সৌন্দৰ্যবোধৰ দ্বাৰাই ৰঞ্জিত হৈ যেতিয়া আমাৰ মগজুত প্ৰকৃতিৰ বিভিন্ন বস্তু, বিভিন্ন প্ৰক্ৰিয়াই প্ৰতিফলিত হব ধৰিলে। আৰু সেই প্ৰতিফলনবোৰ সমাজৰ বিভিন্ন ব্যক্তিয়ে বিভিন্ন ধৰণে প্ৰকাশ কৰি সমাজৰ আন মানুহবোৰকো বুজাবৰ চেষ্টা আৰম্ভ কৰিলে তেতিয়াহে মানুহৰ কল্পনা শক্তিৰ বিকাশ হ'ল কলা-সৃষ্টিৰ আৰম্ভ হ'ল আৰু সেই কলা-সৃষ্টিবোৰেই মানুহৰ সমাজ জীৱনত সৌন্দৰ্যবোধ, মিশ্ৰিত ধ্যান-ধাৰণা, ৰীতি-নীতি আদি গঢ়ি তুলিব ধৰিলে।

প্ৰকৃতিৰ নিয়ম হ'ল বৃদ্ধি আৰু বিকাশৰ নিয়ম। মানুহ প্ৰকৃতিৰে সৃষ্টি, গতিকে বৃদ্ধি আৰু বিকাশৰ প্ৰৱণতা মানুহৰো প্ৰাকৃতিক ধৰ্ম। প্ৰকৃতিয়ে সৃষ্টি কৰা বিভিন্ন জীৱ-জন্তুৰ ভিতৰতে এচাম দ্বিপদী জীৱে "মানুহ" বুলি চিহ্নিত হোৱাৰ বিশেষ কাৰণ হ'ল এই চাম জীৱৰ সমাজ আৰু সামাজিক শ্ৰম। বৃদ্ধি আৰু বিকাশৰ প্ৰাকৃতিক প্ৰবৃত্তিবিলাকেও এই চাম জীৱৰ ক্ষেত্ৰত সামাজিক পটভূমিতহে বিকাশ লাভ কৰি আহিছে "জীৱ"টো প্ৰকৃতিৰ সৃষ্ট হলেও "মানুহ"টো কিন্তু সমাজৰ দ্বাৰাইহে সৃষ্ট। মানুহৰ চেতনা, মানুহৰ বিশেষ চেতনা সৌন্দৰ্যবোধ, মানুহৰ কলা সৃষ্টি, সমাজত প্ৰতিষ্ঠিত হোৱা ধ্যান-ধাৰণা ৰীতি-নীতি, ৰুচিবোধ সকলোৰে সৃষ্টি হৈছে আৰু হব পাৰে মানৱ সমাজৰ পটভূমিত মানুহৰ জীয়াই থকাৰ সংগ্ৰাম তথা শ্ৰমৰ মাজেদি।

মানুহে প্ৰকৃতিক জয় কৰাৰ প্ৰচেষ্টাৰ ফলতেই প্ৰকৃতিৰ বিভিন্ন বস্তু আৰু প্ৰক্ৰিয়াৰ মাজত সৌন্দৰ্য আহি পৰিছে। মানুহৰ শ্ৰম আৰু মানুহৰ প্ৰকৃতিক জয় কৰাৰ প্ৰচেষ্টা অবিহনে মানুহৰ সৌন্দৰ্যবোধো আহিব নোৱাৰে, কোনো বস্তুতেই কোনো প্ৰকাৰৰ সৌন্দৰ্যও থাকিব নোৱাৰে। সেই কাৰণেই প্ৰকৃত অৰ্থত সৌন্দৰ্য হ'ল মানুহৰ সৃষ্টি। ৰাতিপুৱাৰ ৰঙা বেলিয়ে সকলো কৰ্মৰত মানুহৰ মনত আশাৰ সঞ্চাৰ কৰে আৰু সেই কাৰণেই ৰঙা বেলিটো সুন্দৰ লাগে। আনহাতে চোৰ, ডকাইত বা নিশাচৰ মানুহৰ মনত সেই একেটা ৰঙা বেলিয়ে আশা ভঙ্গৰ কাৰণ হৈ পৰে আৰু সন্ত্ৰাসৰ সৃষ্টি কৰে কাৰণ তেওঁলোকে পুৱাৰ ৰঙা বেলিত কোনো সৌন্দৰ্য নেদেখে, বৰং ৰাতিৰ এন্ধাৰতহে সৌন্দৰ্য বিচাৰি পাব পাৰে। সমাজৰ সকলো ৰীতি-নীতি, ধ্যান-ধাৰণা, ৰুচিবোধ গঢ়ি উঠিছে আমাৰ প্ৰয়োজনীয়তাত সৌন্দৰ্যবোধ মিহলি হৈ আৰু সেয়ে আমাৰ সংস্কৃতি। আমাৰ প্ৰয়োজনীয়তাৰ উৎসও হ'ল জীয়াই থকাৰ সংগ্ৰাম আৰু সৌন্দৰ্যবোধৰ উৎসও হ'ল জীয়াই থকাৰ সংগ্ৰাম। জীয়াই থকাৰ সংগ্ৰাম মানেই হ'ল মানুহৰ শ্ৰম। গতিকে সংস্কৃতিৰো উৎস হ'ল মানুহৰ শ্ৰম।

## ১৫ ঃ বিজ্ঞান আৰু কলা

বিজ্ঞান আৰু কলা উভয়ে একেটা মূল বিন্দুৰ পৰা একেটা উদ্দেশ্যেই যাত্ৰা কৰে আৰু সাধাৰণভাৱে একে ঠাইতে উপনীত হয় গৈ, যদিও দুয়োৰো ভ্ৰমণ পথ বিভিন্ন। মানুহে প্ৰকৃতিত নীৰব আৰু নিষ্ক্ৰিয় দৰ্শক হৈ জীয়াই নাথাকে। মানুহে প্ৰকৃতিত শ্ৰম কৰি, প্ৰকৃতিৰ লগত সংগ্ৰাম কৰি নিজৰ জীয়াই থকাৰ ব্যৱস্থা কৰি লয়। নিজৰ জীৱন-সংগ্ৰামত প্ৰকৃতিৰ যিহৰ পৰাই বাধা প্ৰাপ্ত হয়, তাকেই পৰিৱৰ্ত্তিত কৰি বাধা আঁতৰ কৰি আহিছে। গতিকে প্ৰকৃতিৰ সকলো ৰহস্য, সকলো নিয়মকে মানুহৰ বুজোৰ প্ৰয়োজন আহি পৰে, সমাজৰ সকলোকে বুজোৱাৰ প্ৰয়োজন হৈ পৰে। এই বুজা আৰু বুজোৱাৰ প্ৰচেষ্টাই হ'ল বিজ্ঞানৰো জন্ম ৰহস্য; কলাৰো জন্ম ৰহস্য। পৰ্বতৰ পৰা ওলাই অহা সৰু জুৰি এটিয়ে ভৈয়ামত নদীৰ ৰূপ ধাৰণ কৰি আপোন মনে বৈ গৈছে। নদীখনে যদি গৈ থকা বাটটোৰে নগৈ আন এটা বাটেৰে যাবলৈ ধৰে তাৰ দ্বাৰা মানুহৰ বেছি উপকাৰ বা বেছি অপকাৰ সাধন কৰিব পাৰে। গতিকে নদীৰ গতিতো সলনি কৰাৰ বা যাতে কোনো মতে সলনি হব নোৱাৰে তাৰ ব্যৱস্থা কৰাৰ প্ৰয়োজন মানুহে উপলব্ধি কৰিবলৈ ধৰে। কিন্তু নদীৰ উৎস, এটা বিশেষ পথ লোৱাৰ কাৰণবোৰ অৰ্থাৎ এই প্ৰক্ৰিয়াটোক নিয়ন্ত্ৰিত কৰি থকা প্ৰকৃতিৰ নিয়মবোৰ বুজিব নোৱাৰিলে নদীৰ গতি সলনি কৰিবও নোৱাৰি, গতি সলনি বন্ধ কৰিবও নোৱাৰি। নদীৰ উৎস সন্ধান কৰা আৰু প্ৰাকৃতিক নিয়মবোৰ আবিষ্কাৰ কৰাৰ প্ৰচেষ্টাই হ'ল বিজ্ঞান।

আনহাতে নদী কিয় এটা বাটেৰে বৈ আছে, তাৰ এটা কাল্পনিক কাৰণৰ কল্পনা কৰা, নদীক একেদৰে ৰাখিব পৰা বা গতি সলনি কৰিব পৰাৰ কল্পনা কৰা ইত্যাদিয়ে হ'ল কলাৰ উৎস। বিজ্ঞান আৰু কলা উভয়তে মানুহৰ সন্মুখত দেখা দিয়া এটা সমস্যা সমাধান কৰিবলৈ, তাৰ কাৰণে প্ৰকৃতিৰ সকলো বাধাকে আঁতৰ কৰিবলৈ, প্ৰকৃতিৰ স্থিতাৱস্থাক পৰিৱৰ্ত্তিত কৰিবলৈ মানুহৰ যি আশা আৰু প্ৰচেষ্টা সেয়েই প্ৰতিফলিত হয়, মানুহে তাৰেই কল্পনা কৰে। সেই আশা আৰু কল্পনাক বাস্তৱত ৰূপায়িত কৰিবলৈ চলোৱা প্ৰচেষ্টাবোৰ নিশ্চয় বিভিন্ন ধৰণৰ হয় আৰু সফলতাৰ ক্ষেত্ৰতো বিভিন্ন প্ৰচেষ্টাৰ ফল লাভৰো হয়তো তাৰতম্য থাকে।

মানৱ সমাজৰ অগ্ৰগতিৰ পথত এনে এটা স্তৰ আহি পৰিল য'ত মানুহৰ জীয়াই থকাৰ সংগ্ৰামত অকল প্ৰকৃতিৰ বিৰুদ্ধে সংগ্ৰাম কৰিলেই নহয়, একেখন

সমাজতে বিভিন্ন ব্যক্তিয়ে সামাজিক শক্তি তথা ৰীতি-নীতি, ধ্যান ধাৰণা আদিৰ বিৰুদ্ধে ই অধিক পৰিমাণে সংগ্ৰাম কৰিবলগীয়া অৱস্থা আহি পৰিল। এই সম্পৰ্কে আমি আগেয়ে আলোচনা কৰি আহিছো। তেনে এটা স্তৰত লাহে লাহে মানৱ সমাজৰ প্ৰকৃতিৰ বিৰুদ্ধে, প্ৰকৃতিক জয় কৰিবলৈ চলোৱা সংগ্ৰামতকৈয়ো, ব্যক্তিয়ে বা বিভিন্ন জনসমষ্টিয়ে সমাজৰ প্ৰতিষ্ঠিত ৰীতি-নীতি, ধ্যান-ধাৰণাৰ বিৰুদ্ধে বা আন কিছুমান জনসমষ্টি বা ব্যক্তিৰ বিৰুদ্ধে চলোৱা সংগ্ৰামেই বেছি গুৰুত্ব-পূৰ্ণ হৈ পৰিল। বিভিন্ন ধৰণৰ কলা সৃষ্টিত যাইকৈ এই সামাজিক সমস্যাসমূহেই প্ৰতিফলিত হব ধৰিলে আৰু কলাৰ প্ৰধান বিষয়-বস্তু হৈ পৰিল 'মানুহ' নিজেই। মানুহৰ প্ৰবৃত্তি, মানুহৰ আচৰণ, মানুহৰ আচৰণসমূহৰ উচ্চতৰ পৰ্যায়ৰ কল্পনা, মানুহৰ উন্নত ধৰণৰ ৰুচিবোধ সৃষ্টি কৰা, সমাজখন মানুহৰ কাৰণে সুখকৰ আৰু সুন্দৰ কৰি গঢ়ি তোলাৰ কল্পনা, সকলো মানুহৰে জীৱন আনন্দময়, মুক্ত কৰি তোলাৰ কল্পনা ইত্যাদিয়ে হ'লগৈ কলাৰ প্ৰধান উপকৰণ। প্ৰকৃতিৰ বিভিন্ন বস্তু, বিভিন্ন প্ৰক্ৰিয়া আৰু বিভিন্ন নিয়মবিলাক অনুধাবন কৰি, অধ্যয়ন কৰি, সেই-বোৰকো মানৱীয়কৰণ কৰি, মানুহৰ বিভিন্ন অনুভূতি আৰু আশা-আকাংখ্যাবোৰক প্ৰকৃতিৰ যিবোৰ বস্তুৰ, যিবোৰ প্ৰক্ৰিয়াৰ লগত যিধৰণে বিজনি কৰিব পাৰি, সেই আটাইবোৰ বিচাৰি উলিয়াই, মানুহতে আৰোপ কৰি, মানুহক প্ৰকাশ কৰাই হৈ পৰিল কলাৰ প্ৰধান কাম। নিজৰাৰ কুলু-কুলু, সাগৰৰ উত্তাল তৰঙ্গ, বতাহৰ জিৰ-জিৰণি, অৰণ্যৰ গহীনতা, পৰ্বতৰ গাম্ভীৰ্য, জোন-বেলিৰ কৰ্ত্তব্যপৰায়ণতা, জোনৰ ম্লান পোহৰ, বিজুলীৰ চিকমিকনি, মেঘৰ প্ৰলয় গৰ্জন ইত্যাদি প্ৰকাশ কৰোতে প্ৰকৃতিৰ বিভিন্ন বস্তু আৰু প্ৰক্ৰিয়াত যিবোৰ গুণ বা বিশেষণ আৰোপ কৰা হৈছে সেই গুণ আৰু বিশেষণবোৰ মানুহৰ অনুভূতি আৰু মানৱ চৰিত্ৰৰ পৰাই বিচাৰি উলিয়াই প্ৰয়োগ কৰা হৈছে আৰু এইবোৰৰ প্ৰয়োগেৰে প্ৰকৃতিক মানবীয়কৰণ কৰাৰে চেষ্টা কৰা হৈছে। প্ৰকৃতিৰ এই বস্তু আৰু প্ৰক্ৰিয়াসমূহৰ মাধ্যমেদি মানুহক, মানুহৰ আচৰণক, মানুহৰ প্ৰৱণতাকে প্ৰকাশ কৰিবলৈ আৰু বুজাবলৈ চেষ্টা কৰা হৈছে; প্ৰকৃতিক বুজাবলৈ চেষ্টা কৰা হোৱা নাই।

বিজ্ঞানত প্ৰকৃতিৰ জয় কৰাৰ, প্ৰকৃতিৰ নিয়মবোৰ বুজাৰ, প্ৰকৃতিৰ বিভিন্ন শক্তিক নিয়ন্ত্ৰিত কৰি মানুহৰ মঙ্গলৰ হকে ব্যৱহাৰ কৰাৰ প্ৰচেষ্টা চলোৱা হয় প্ৰত্যক্ষভাৱে, মানুহৰ কামৰ মাজেদি, মানুহৰ সকলো চিন্তা, সকলো কল্পনাকে হাতে কামে ব্যৱহাৰ কৰি। আনহাতে সকলো কলা সৃষ্টিৰ মাধ্যমেদি, প্ৰকৃতিৰ আৰু মানৱ সমাজৰ যিবোৰ প্ৰক্ৰিয়াই পৃথিৱীত মানুহৰ জীৱন সুখময় আৰু

আনন্দময় কৰি তোলাত হেঙাৰ দিছে সেইবোৰ আঁতৰ কৰাৰ কাৰণে মানুহে যিবোৰ কল্পনা কৰে সেই কল্পনাবোৰক বাস্তৱত ৰূপায়িত কৰাৰ কাৰণে মানুহক প্ৰবৃত্ত কৰাৰ প্ৰয়াস কৰা হয়। প্ৰকৃতি যিদৰে আছে সেইদৰে থকাটো মানুহে নিবিচাৰে, মানুহৰ ইচ্ছা আৰু প্ৰয়োজন অনুসাৰে তাক পৰিৱৰ্ত্তিত কৰাৰ উদ্দেশ্যেই বিজ্ঞান আৰু কলা উভয়ৰে সৃষ্টি আৰু প্ৰচেষ্টা চলি আছে। তদুপৰি মানুহৰ সমাজধন, সমাজত গঢ়ি উঠা ৰীতি নীতি, ধ্যান-ধাৰণাবোৰে মানুহৰ জীৱনটো আনন্দময় আৰু সুখময় কৰি তুলিব পৰা নাই; গতিকে সেইবোৰৰ কু-প্ৰভাৱ, কু-শক্তিৰ পৰা মানুহক মুক্ত কৰি তোলাটো হ'ল কলাৰ অন্যতম উদ্দেশ্য। সমাজ শ্ৰেণী বিভক্ত হৈ পৰাৰ পিছত এই 'অন্যতম উদ্দেশ্য'টোৱেই হৈ পৰিছে মাই উদ্দেশ্য। আমি আগেয়ে এই সম্পৰ্কে আলোচনা কৰি আহিছো যে সমাজ শ্ৰেণী বিভক্ত হৈ পৰাৰ পিছত প্ৰকৃতিৰ লগত মানুহৰ সংগ্ৰামে বহুতো লেখত লবলগীয়া সাফল্য অৰ্জন কৰাৰ পিছতো সমাজৰ অধিকাংশ লোকেই তাক ভোগ কৰাৰ পথত সমাজৰ ৰীতি-নীতি, ধ্যান ধাৰণাবোৰেই নানা ধৰণে বাধাৰ সৃষ্টি কৰিছে, আনকি মানুহৰ স্বাভাৱিক বিকাশ আৰু প্ৰকাশকো বাধাগ্ৰস্ত কৰি তুলিছে। মানুহৰ শক্তিৰ, সম্ভাৱনাৰ বহুতো অপচয় ঘটিছে।

## ১৬ ঃ কলা সৃষ্টিত বিষয়-বস্তু আৰু ৰূপৰ ভূমিকা

মানুহৰ মগজুত বাস্তৱ প্ৰকৃতিৰ আৰু মানৱ সমাজৰ বিভিন্ন বস্তু আৰু প্ৰক্ৰিয়াৰ প্ৰতিফলন হয়, মানুহৰ কল্পনাৰ ৰঙেৰে ৰঞ্জিত হৈ সেইবোৰেই কলা-কাৰসকলৰ কলা-সৃষ্টি ৰূপে প্ৰকাশ পায়। কলা-সৃষ্টিবিলাক বাস্তৱৰ প্ৰতিফলন, কিন্তু বাস্তৱৰ হুবহু প্ৰতিচ্ছবি নহয়। হুবহু প্ৰতিচ্ছবি অৰ্থাৎ ফটোগ্ৰাফ কেতিয়াও কলা-সৃষ্টি হব নোৱাৰে। কলাকাৰসকল সমাজত বাস কৰা মানুহ, গতিকে তেওঁ লোকৰ কল্পনা শক্তি আৰু প্ৰকাশৰ মাধ্যম সমাজৰ বিকাশৰ দ্বাৰাই নিয়ন্ত্ৰিত হয়। কিন্তু তেওঁলোকৰ কল্পনা আৰু প্ৰকাশৰ মাধ্যম যি স্তৰৰেই নহওক, তেওঁ-লোকৰ কলা সৃষ্টিৰ বিষয়-বস্তু কিন্তু প্ৰকৃতিৰেই হওক বা মানৱ সমাজৰেই হওক কিবা এটা বাস্তৱ বস্তু বা প্ৰক্ৰিয়াৰে প্ৰতিফলন। প্ৰকাশভঙ্গী আৰু কল্পনা শক্তিৰ স্তৰভেদে কলাকাৰসকলৰ আৰু কলা সৃষ্টিৰ মানদণ্ড নিৰূপিত হয়। একেটা বিষয় বস্তুৰেই বিভিন্ন মানুহৰ মগজুত বিভিন্ন ধৰণৰ প্ৰতিফলন কৰিব পাৰে, বিভিন্ন মানুহে বিভিন্ন ধৰণে একেটা প্ৰতিফলনকেই প্ৰকাশ কৰিব পাৰে। কলাকাৰে

নিজৰ উপলব্ধিটো আনক বুজোৱাৰ কাৰণেই, তেওঁ প্ৰকৃতি বা সমাজৰ যিটো বস্তু যি ধৰণে পৰিবৰ্ত্তিত হোৱা কামনা কৰে, আনেও যাতে সেইটোকে কামনা কৰে, সেই লক্ষ্যত উপনীত হোৱাৰ কাৰণেই তেওঁ উপযুক্ত প্ৰকাশভঙ্গী বা কলাৰ ৰূপ বিচাৰিব ধৰে। মানৱ সমাজত যুগ যুগ ধৰি মানুহৰ চিন্তা, কল্পনা কলা সৃষ্টি হৈ আহিছে—আৰু তাৰ কাৰণে অগণন ধৰণৰ প্ৰকাশভঙ্গী বা কলা সৃষ্টিৰ ৰূপো ওলাই আহিছে। কলাৰ ৰূপে কলাৰ বিষয়-বস্তুটো অধিক মানুহৰ কাৰণে বোধগম্য কৰি তোলে আৰু কলাৰ বিষয়-বস্তুটোৰ গুৰুত্বই সমাজৰ বিকাশৰ স্তৰ অনুযায়ী সমাজৰ মানুহৰ বোধশক্তিৰ লগত তাল মিলাই ৰূপ সৃষ্টি কৰি লয়। কলা-সৃষ্টিত সাধাৰণভাৱে কলাকাৰে নিজৰ উপলব্ধিটো প্ৰকাশ কৰাৰ কাৰণে ভাৱমূৰ্ত্তি গঢ়ি তোলাৰ আশ্ৰয় লয়। প্ৰত্যক্ষভাৱে "মই এইটো ভাবিছো, তোমা-লোকেও তেনেকৈয়ে নাভাবা কিয় ?" এই বুলি প্ৰকাশ কৰিলে সেইটো ফটোগ্ৰাফেই হব, কলা-সৃষ্টি নহয়।

কলা-সৃষ্টিৰ এই ৰূপ আৰু বিষয়-বস্তুৰ মাজৰ অবিচ্ছেদ্য সম্পৰ্ক সদায় বিৰাজমান। বিষয়-বস্তুৰ অভিনবত্ব আৰু কলাকাৰৰ প্ৰকৃতি বা সমাজৰ বস্তু বা প্ৰক্ৰিয়াক অধিক সুন্দৰ কৰিব বিচৰা কল্পনাৰ অবিহনে প্ৰকৃতাৰ্থত কোনো কলা-সৃষ্টিয়ে হব নোৱাৰে। আনহাতে কলাকাৰৰ এই অনুভূতি উপযুক্ত ৰূপৰ মাধ্যমেদি প্ৰকাশ নাপালেও সি কলা-সৃষ্টি হব নোৱাৰে। গতিকে সমাজ বিকাশৰ এটা স্তৰত বিভিন্ন দাৰ্শনিকৰ মাজত ইও এটা বিতৰ্কৰ বস্তু হৈ পৰিল যে কলা-সৃষ্টিত প্ৰকাশৰ ৰূপটোৱে মুখ্য নে বিষয়-বস্তুটোৱে মুখ্য। এই সম্পৰ্কত আমি কিছুমান দাৰ্শনিক, কলাকাৰ আৰু সাহিত্যিকৰ মতামত আগেয়ে আলোচনা কৰি আহিছো। মানৱ সমাজৰ ইতিহাস আৰু কলা-সৃষ্টিৰ ইতিহাস অধ্যয়ন কৰিলে এইটো স্পষ্টভাৱে ওলাই আহে যে শ্ৰেণী বিভক্ত সমাজ গঢ়ি উঠাৰ পিছত, শোষক শ্ৰেণীসমূহে সমাজৰ বহুতো কলাকাৰক ধনৰ দ্বাৰা কিনি লৈ বা প্ৰভা-ৱান্বিত কৰি, সমাজত শোষণ ব্যৱস্থাৰ সপক্ষে বা শোষণ ব্যৱস্থাৰ পৰিবৰ্ত্তন বিচৰা ধ্যান-ধাৰণা, কল্পনা ইত্যাদি গঢ়ি উঠাৰ পথ ৰুদ্ধ কৰাৰ উদ্দেশ্যত আৰু তাৰ লগে লগে বিকৃত ধ্যান-ধাৰণা আৰু ৰুচিবোধ গঢ়ি তোলাৰ কামত নিয়োগ কৰিব ধৰিলে। এইদৰে শোষক শ্ৰেণীসমূহৰ ওচৰত আত্ম বিক্ৰয় কৰা এচাম কলাকাৰে নিজৰ কোনো সৌন্দৰ্য্যবোধ বা গভীৰ উপলব্ধি নোহোৱাকৈয়ে শোষক শ্ৰেণীসমূহৰ উদ্দেশ্য প্ৰণোদিত চিন্তা-ভাৱনাসমূহক বিভিন্ন কলা ৰূপত সজাই-পৰাই সমাজত প্ৰকাশ কৰিব ধৰিলে আৰু তাৰ কাৰণে যে বিষয়-বস্তুৰ কোনো গুৰুত্বই

নাই, ৰূপেই তাৰ যথা সৰ্বস্ব— এই তত্ত্ব প্ৰতিপন্ন কৰাত সকলো ধৰণে লাগি গ'ল। এই তত্ত্বটোৱেই কলা-কৃষ্টিৰ ক্ষেত্ৰত "কলা কৈৱল্যবাদ" (Art for Arts sake) বুলি পুঁজিবাদী যুগত যথেষ্ট সম্প্ৰসাৰণ লাভ কৰিলে। আনহাতে সেই যুগৰেই বহুতো খ্যাতনামা সাহিত্যিক, দাৰ্শনিক আৰু বিভিন্ন কলাকাৰে এই তত্ত্বৰ সাৰশূন্যতা সম্পৰ্কে দৃঢ়মত প্ৰকাশ কৰিছে আৰু এই তত্ত্বক কঠোৰভাৱে সমালোচনাও কৰিছে।

বিষয়-বস্তুক অৰ্থাৎ কলাকাৰৰ সৌন্দৰ্যবোধ আৰু উপলব্ধিক প্ৰকাশ কৰাৰ কাৰণে উপযুক্ত ৰূপ কলাকাৰসকলে যুগে যুগে বিচাৰি উলিয়াই আহিছে। উপ-যুক্ত ৰূপৰ মাধ্যমেদি প্ৰকাশ কৰাৰ প্ৰয়োজনীয়তাই কলাকাৰৰ উপলব্ধিকো ক্ষেত্ৰ বিশেষে মাৰ্জিত আৰু সংশোধিত কৰি তুলিছে। আমাৰ চুলিখিনি ধুনীয়াকৈ সজাই-পৰাই প্ৰকাশ কৰাৰ খাতিৰত কোনো সময়ত চুলি কাটি সৰু কৰিবলগীয়া হয় আৰু কোনো ক্ষেত্ৰত চুলি বঢ়াই দীঘল কৰাৰো প্ৰয়োজন হব পাৰে, কিন্তু চুলিয়েই যদি নাথাকে তেন্তে সজাব কি ?

কলা কৈৱল্যবাদ তত্ত্বৰ পোষকতা কৰা সকলে কলাত "ৰূপ সৰ্বস্ব" মানে বিষয়-বস্তু একোকে নাথাকিলেও হয়, সেইটো মুখত কয় যদিও, কাৰ্যত তেওঁলোকেও বিষয়-বস্তু নোহোৱাকৈ কলা-সৃষ্টি কৰিব নোৱাৰে। মাত্ৰ বিষয়–বস্তুত প্ৰকৃতি আৰু সমাজৰ বস্তু বা প্ৰক্ৰিয়াৰ প্ৰতিফলনক কল্পনা ৰঞ্জিত কৰি মানৱ জাতিৰ মঙ্গলৰ হকে, মানৱ সমাজৰ উন্নয়নৰ অভিপ্ৰায়ে কল্পনা আৰু সৌন্দৰ্যবোধ জাগ্ৰত কৰাৰ প্ৰয়োজনীয়তাহে তেওঁলোকে অস্বীকাৰ কৰে। অৰ্থাৎ শোষণৰ সপক্ষে, অন্যায়ৰ সপক্ষে ধ্যান-ধাৰণা আৰু ৰুচিবোধ সৃষ্টি কৰাৰ স্বাধীনতা তেওঁলোকে দাবী কৰে ; লগতে সমাজ আৰু প্ৰকৃতিক পৰিবৰ্ত্তন কৰিব বিচৰা ধ্যান-ধাৰণা, ৰুচিবোধ আদি গঢ়ি উঠাৰ পথত প্ৰতিবন্ধকতা সৃষ্টি কৰাৰ উদ্দেশ্যে "কলা-সৃষ্টি" কৰা সকলৰ কাৰণেও তেওঁলোকে মৰ্যাদা প্ৰতিপন্ন কৰিব বিচাৰে। এই "ৰূপ সৰ্বস্ব" কলা-সৃষ্টি, বিশেষকৈ সাহিত্যৰ ক্ষেত্ৰত এই সৃষ্টিবোৰৰ বিশেষত্ব হ'ল সকলো সময়তে মানুহক যি অৱস্থাত আছে সেই অৱস্থাটোৰ প্ৰতি মোহগ্ৰস্ত কৰি তোলা, অৱস্থাৰ পৰিবৰ্ত্তন মানুহৰ অসাধ্য আৰু তাৰ কাৰণে চলোৱা চেষ্টা নিৰৰ্থক বুলি ধ্যান-ধাৰণাৰ সৃষ্টি কৰা। মানুহৰ দুখ-দুৰ্গতিবিলাকৰ কাৰণে বিচৰা সম্পৰ্কত মানুহক উদাসীন কৰি তোলা ; যৌন প্ৰেম আৰু যৌন প্ৰেম ঘটিত বিৰহ, বিচ্ছেদ, হতাশা ইত্যাদিকে মানৱ জীৱনৰ মূল বস্তু বুলি ধ্যান-ধাৰণাৰ সৃষ্টি কৰা ; লোভ, মোহ, কাম, ক্ৰোধ আদি মানুহৰ প্ৰাকৃতিক প্ৰবৃত্তিবোৰক সংযত নকৰি সেইবোৰ অধিক পৰিমাণে বৃদ্ধি কৰি সেইবোৰেই মানুহৰ প্ৰকৃত চৰিত্ৰ বুলি ধ্যান-ধাৰণাৰ সৃষ্টি কৰা।

# ১৭ ঃ কলা সাহিত্যত বাস্তৱতা

আমি আগেয়ে আলোচনা কৰি আহিছো যে প্ৰকৃতিৰ বা মানৱ সমাজৰ বিভিন্ন বস্তু আৰু প্ৰক্ৰিয়া শিল্পীৰ মগজুত প্ৰতিফলিত হয় আৰু সেই প্ৰতিফলন-বোৰ শিল্পীৰ কল্পনাৰ ৰঙেৰে ৰঞ্জিত হৈ শিল্প-সৃষ্টি হয়। প্ৰতিফলন আৰু প্ৰতিফলিত হোৱা বস্তুটো হুবহু একে হব নোৱাৰে। শিল্পীৰ নিজৰ বুদ্ধিমত্তাৰ স্তৰ ভেদে, পৰিৱেশৰ প্ৰভাৱ ভেদে, শিল্পীৰ বোধশক্তি আৰু জ্ঞানৰ মাত্ৰা ভেদে এই প্ৰতিফলনৰ তাৰতম্য ঘটায়। তদুপৰি শিল্পীৰ অনুভূতিবিলাকো এই বিভিন্ন উপাদানবোৰৰ দ্বাৰাই প্ৰভাৱান্বিত হয়। একেটা বস্তু বা প্ৰক্ৰিয়াৰ প্ৰতিফলনবোৰৰ বিভিন্ন ধৰণৰ হব পাৰে। কিন্তু শিল্পীয়ে যদি সৌন্দৰ্যবোধৰ অনুভূতিৰ দ্বাৰা অনুপ্ৰাণিত হৈ সততা সহকাৰে শিল্প-সৃষ্টিত নামে, তেন্তে তেওঁৰ শিল্প-সৃষ্টি অসম্পূৰ্ণ হলেও তাত বাস্তৱতায়ে প্ৰকাশ পাব। শিল্প-সৃষ্টিত, বিশেষকৈ সাহিত্যত বাস্তৱতা সম্পৰ্কে সকলো যুগতেই কম বেছি পৰিমাণে বিতৰ্ক হৈ আহিছে। এই বিতৰ্কই যোৱা শতিকাত আৰু এই শতিকাত বিশেষ ধৰণৰ গুৰুত্ব লাভ কৰিছে। মাক্স', এঙ্গেলছ আৰু লেনিনে এই বিতৰ্কবোৰত সক্ৰিয়ভাৱে অংশগ্ৰহণ কৰিছিল আৰু তেওঁলোকৰ বিতৰ্কৰ মাজেদি ওলাই অহা সিদ্ধান্তবোৰেই "বাস্তৱতা"ৰ এটা সূত্ৰ ৰূপে পৰিগণিত হৈছে আৰু সাধাৰণভাৱে স্বীকৃত হৈছে।

কাৰ্ল মাক্স' আৰু ফ্ৰেডৰিক এঙ্গেলছে তেওঁলোকৰ যুগৰ সমসাময়িক ইউৰো-পীয় সাহিত্যিকসকলৰ প্ৰায় আটাইবোৰে উপন্যাস, নাটক আৰু কবিতা আদি পঢ়িছিল, তদুপৰি তাৰ আগৰ যুগৰ প্ৰধান প্ৰধান ইউৰোপীয় সাহিত্যিকসকলৰ লেখাবোৰো পঢ়িছিল। প্ৰায় আটাইবোৰ সাহিত্যৰ ওপৰতে তেওঁলোকে সমালোচনা আগবঢ়াইছিল আৰু সেই সমালোচনাবোৰৰ মাজেদিয়ে তেওঁলোকৰ কলা আৰু সাহিত্য সম্পৰ্কতো এটা সুস্পষ্ট মতবাদ ওলাই পৰিছিল। পৰৱৰ্তী কালত লেনিনে মাক্স'-এঙ্গেলছৰ মতবাদক আৰু গভীৰভাৱে অধ্যয়ন আৰু অনুধাৱন কৰি কুৰি শতিকাৰ প্ৰথম ভাগৰ সাহিত্যিকসকলৰ লেখাবোৰৰ ওপৰত সমালোচনা আগ-বঢ়াইছিল আৰু তেওঁ অধিক সুস্পষ্টভাৱে কলা-সৃষ্টিৰ তত্ত্ব এটাকে আৱিষ্কাৰ কৰিছিল। লেনিনৰ এই তত্ত্বক ভিত্তি কৰিয়ে ছোভিয়েত ৰুছিয়াত সমাজতান্ত্ৰিক বিপ্লৱ সংঘটিত হোৱাৰ পিছত "সমাজতান্ত্ৰিক বাস্তৱতা"ৰ তত্ত্ব ওলাই আহে। শিল্প-সাহিত্যৰ ক্ষেত্ৰত আধুনিক যুগৰ শিল্পী-সাহিত্যিকসকলক প্ৰগতিশীল শিল্প-সাহিত্য

সৃষ্টি কৰাৰ ক্ষেত্ৰত এই তত্ত্বয়ে পথ-প্ৰদৰ্শকৰ ভূমিকা গ্ৰহণ কৰিছে। এই তত্ত্ব সম্পৰ্কে পিছত আলোচনা কৰা হ'ব। শিল্প-সাহিত্যত বাস্তৱতা সম্পৰ্কে মাৰ্ক্স আৰু এঙ্গেলছৰ কেইআষাৰমান কথাৰ উদ্ধৃতি নিশ্চয় প্ৰাসঙ্গিক হ'ব।

"মোৰ মতে বাস্তৱতা মানে অকল এটা সত্যনিষ্ঠ বৰ্ণনাৰ উপৰিও তাত সত্য-নিষ্ঠভাৱে এটা বিশেষ অৱস্থাত কিছুমান বিশেষ চৰিত্ৰৰ সৃষ্টি কৰিব লাগিব।"

"১৮০০ বা ১৮১০ খৃষ্টাব্দৰ চেণ্টচাইমন আৰু ৰবাৰ্ট ওৱেনৰ যুগৰ এইটো এটা সত্যনিষ্ঠ বৰ্ণনা হ'লেও প্ৰায় পঞ্চাশ বছৰ ধৰি সংগ্ৰামী সৰ্বহাৰা শ্ৰেণীৰ আটাইবোৰ সংগ্ৰামতে অংশগ্ৰহণ কৰি অহা এজন ব্যক্তিৰ কাৰণে ১৮৮৭ চনতো এইটো এটা সত্যনিষ্ঠ বৰ্ণনা হ'ব নোৱাৰে। তেওঁলোকক আগুৰি থকা পৰিৱেশ আৰু উৎপীড়নৰ ব্যৱস্থাবোৰৰ বিৰুদ্ধে, সচেতন বা অৰ্দ্ধচেতন শ্ৰমিক শ্ৰেণীৰ বিদ্ৰোহী প্ৰতিক্ৰিয়াসমূহ, তেওঁলোককো মানুহ হিচাবে পুনঃপ্ৰতিষ্ঠা কৰিবলৈ চলোৱা প্ৰচেষ্টা-সমূহো ইতিহাসৰ বস্তু আৰু এইবোৰেও বাস্তৱতাৰ ক্ষেত্ৰত স্বীকৃতি পাব লাগে।"

"কলা-সৃষ্টিৰ ক্ষেত্ৰত কলাকাৰৰ নিজস্ব মতামতবিলাক যিমানেই উহ্য থাকে সিমানেই শ্ৰেয়। মই যি বাস্তৱতাৰ কথা কৈছো, সেই বাস্তৱতা কলাকাৰৰ নিজস্ব মতামতৰ লগত নিমিলিলেও তেওঁৰ সৃষ্টিৰ মাজেদি প্ৰকাশ পাব পাৰে।"

(On Literature and Arts. Marx-Engels. Pages 90-91)

এই আটাইকেইটা উদ্ধৃতিয়ে ফ্ৰেডৰিক এঙ্গেলছে ১৮৮৮ খৃষ্টাব্দত মাৰ্গেজাৰ্কনেছ নামে এগৰাকী সাহিত্যিকালৈ লিখা চিঠিৰ পৰা উদ্ধৃত। সাহিত্যিকা গৰাকীয়ে চিটি গাৰ্ল (City Girl) নামে লিখা উপন্যাস এখনৰ সমালোচনা কৰি ফ্ৰেডৰিক এঙ্গেলছে এই চিঠিখন লিখিছিল। ওপৰত দিয়া উদ্ধৃতি কেইটাৰ পৰাই এইটো স্পষ্ট-ভাৱে ওলাই আহে যে এটা বিশেষ যুগৰ বিশেষ পৰিস্থিতিত সমাজৰ বিভিন্ন শ্ৰেণীৰ মানুহবোৰৰ চেতনাৰ স্তৰ তেওঁলোকৰ সন্মুখত দেখা দিয়া সমস্যাবোৰৰ সম্পৰ্কত তেওঁলোকৰ চিন্তাধাৰা, সেইবোৰৰ সমাধানৰ কাৰণে তেওঁলোকে চলোৱা প্ৰচেষ্টা, এই আটাইবোৰেই হ'ল ঐতিহাসিক বাস্তৱতা আৰু বিভিন্ন ধৰণৰ ভাৱমূৰ্তিৰ সৃষ্টি কৰি সাহিত্যিক আৰু কলাকাৰসকলে এই বাস্তৱতাৰ সকলো দিশকেই সত্য-নিষ্ঠভাৱে প্ৰকাশ কৰাটোৱেই হ'ল কলা আৰু সাহিত্যত বাস্তৱতা। সাহিত্যিক আৰু কলাকাৰসকলৰ ব্যক্তিগত মতামত যিয়েই নহওক কিয়, তেওঁ সত্যনিষ্ঠভাৱে বাস্তৱতাৰ প্ৰকাশ কৰিলে, তেওঁৰ অভিপ্ৰেত নহ'লেও তেওঁৰ কলা সৃষ্টিৰ মাজেদি বাস্তৱতাই প্ৰকাশ লাভ কৰিবই।

আন এগৰাকী সাহিত্যিকা মিনা কাউত্স্কীৰ 'পুৰণি আৰু নতুন সকল' (The Old ones and the New) নামৰ উপন্যাস এখনৰ সমালোচনা কৰি সাহিত্যিকা গৰাকীলৈ লিখা এখন চিঠিত (১৮৮৫ খৃঃ ২৬ নৱেম্বৰ) ফ্ৰেডৰিক এঙ্গেলছে সেই যুগৰ সমাজবাদী সাহিত্যিকসকলৰ উপন্যাসবোৰৰ সম্পৰ্কত মন্তব্য দি লিখিছিল, 'মই কিন্তু ভাৰো যে পৰিস্থিতিৰ আৰু ঘটনাবোৰৰ বৰ্ণনাৰ মাজেদিয়ে উদ্দেশ্যটো ওলাই আহিব লাগে। তেওঁ বৰ্ণনা কৰা সমাজৰ বিভিন্ন দ্বন্দ্ব বিলাকৰ ভৱিষ্যতে কি ধৰণে সমাধান হয় সেই সম্পৰ্কে সাহিত্যিকে নিজা মতামতটো প্ৰকাশ্যভাৱে নিদিয়াই ভাল। লগতে এইটোও বুজা উচিত যে আমাৰ বৰ্ত্তমান অৱস্থাত উপন্যাসসমূহৰ পাঠকসকল হ'ল মূলতঃ বুৰ্জোৱা চক্ৰৰ, অৰ্থাৎ প্ৰত্যক্ষভাৱে আমাৰ (সমাজবাদীসকলৰ) নহয়। গতিকে মোৰ মতে সমাজতন্ত্ৰৰ পোষকতা কৰা উপন্যাসবিলাকতো, সমাজৰ বাস্তৱ অৱস্থাবোৰ সত্যনিষ্ঠভাৱে প্ৰকাশ কৰি, সেইবোৰৰ প্ৰতি থকা চিৰাচৰিত মোহবোৰ আঁতৰ কৰি, বুৰ্জোৱা সমাজৰ সেইবোৰৰ সম্পৰ্কত থকা আশাবাদী মনোভাববিলাকত জোকাৰণি লগাই দি, সেইবোৰ অপৰিৱৰ্ত্তনীয় বুলি সৃষ্টি কৰা ধ্যান-ধাৰণাবোৰৰ সম্পৰ্কত সন্দেহ জগাই তুলিব পাৰিলেই এই কৰ্ত্তব্য পালন কৰা হয়। সমস্যাবোৰৰ এটা প্ৰত্যক্ষ সমাধানৰ পথ নিৰ্দেশ নকৰাকৈ আনকি প্ৰকাশ্যভাৱে কোনো এটা পক্ষ অৱলম্বন নকৰাকৈয়ো এই কৰ্ত্তব্য পালন কৰা যায়।'

On Literture and Arts. Marx and Engels. Page 88)

টলষ্টয়ৰ সাহিত্য আৰু মতবাদসমূহৰ আলোচনা আৰু সমালোচনা কৰি লেনিনে মন্তব্য কৰিছিল যে টলষ্টয়ৰ নিজস্ব মতামত সম্পূৰ্ণ প্ৰতি বিপ্লৱী আছিল যদিও তেওঁৰ সাহিত্যিক লেখাবিলাক আছিল যথেষ্ট পৰিমাণে বাস্তৱৰ প্ৰতিফলন। তেওঁ সত্যনিষ্ঠভাৱে তেওঁৰ যুগৰ বাস্তৱ অৱস্থাবোৰৰ ব্যাখ্যা কৰিছিল আৰু তেওঁৰ সাহিত্যিক প্ৰতিভা অতি উৎকৃষ্ট আছিল কাৰণে তেওঁৰ লেখাবোৰৰ মাজেদি সেই যুগৰ ৰুছিয়াৰ সমাজৰ বিভিন্ন শ্ৰেণীৰ মানুহৰ চিন্তাধাৰা, প্ৰৱণতা আৰু দ্বন্দ্বসমূহ স্পষ্টভাৱে ওলাই পৰিছিল। সেই কাৰণেই লেনিনে তেওঁক 'ৰুছ বিপ্লৱৰ দৰ্পণ' বুলি অভিহিত কৰিছিল। লেনিনে কৈছিল, 'যি সময়ত ৰুছিয়াত বুৰ্জোৱা বিপ্লৱ আসন্ন হৈ পৰিছিল সেই সময়ত ৰুছিয়াৰ লাখ লাখ কৃষকৰ মনত জাগি উঠা ধাৰণাবিলাক আৰু আবেগবিলাকৰ প্ৰবক্তা আছিল কাৰণেই টলষ্টয়ক মহৎ কৰা হয়। টলষ্টয়ৰ লেখাসমূহক সামগ্ৰিকভাৱে বিচাৰ কৰিলে যি মতামত ব্যক্ত

হৈ পৰে তাৰ দ্বাৰা এইটো স্পষ্টভাৱে ওলাই পৰে যে আমাৰ আসন্ন বিপ্লৱৰ চৰিত্ৰ আছিল কৃষক বুৰ্জোৱা বিপ্লৱ আৰু সেই কাৰণেই টলষ্টয়ৰ লেখাসমূহক মৌলিক বোলা হয়। এইদৰে বিচাৰ কৰিলে দেখা যায় যে টলষ্টয়ৰ মতামতৰ পৰস্পৰ বিৰোধিতা-বিলাক আছিল সেই যুগৰ কছ কৃষকসকলে যিবোৰ মানসিক দ্বন্দ্বৰ মাজত নিজৰ ঐতিহাসিক ভূমিকা পালন কৰিবলগীয়া হৈছিল, সেই দ্বন্দ্ববিলাকৰে প্ৰতিফলন।

শ' শ' বছৰ ধৰি চলোৱা সামন্তবাদী উৎপীড়ন আৰু তাৰ পিছতো কেবা দশকো জুৰি সংস্কাৰ, পৰৱৰ্তী কালৰ তীব্ৰতৰ শোষণৰ ফলত কৃষকসকলৰ মাজত জাগিছিল পৰ্বত-প্ৰমাণ ঘৃণা, ক্ষোভ আৰু মৰণ-পণ দৃঢ়তা। চৰকাৰী গীৰ্জাসমূহ, জমিদাৰসকল আৰু জমিদাৰসকলৰ চৰকাৰক ওফৰাই দিয়াৰ প্ৰচেষ্টা, সকলো প্ৰকাৰৰ জমিদাৰী ব্যৱস্থাৰ অৱসান বিচৰা, কৃষকসকলৰ কাৰণে মাটি মুক্ত কৰা, পুলিচ আৰু শোষক শ্ৰেণীৰ ৰাষ্ট্ৰ ভাঙি দি মুক্ত আৰু সমান অধিকাৰ প্ৰাপ্ত কৃষক-সকলৰ ৰাষ্ট্ৰ প্ৰতিষ্ঠা কৰা ইত্যাদিৰ প্ৰচেষ্টাসমূহেই আছিল আমাৰ বিপ্লৱত কৃষক-সকলে গ্ৰহণ কৰা ভূমিকাৰ প্ৰধান প্ৰধান দিশ। টলষ্টয়ৰ লেখাসমূহে সামগ্ৰিকভাৱে তেওঁৰ নিজৰ মতামত 'খৃষ্টিয়ান নৈৰাজ্যবাদ'ক দাঙি ধৰাৰ পৰিৱৰ্তে নিঃসন্দেহে (কছ-কৃষক সমাজৰ) এই বাস্তৱ অৱস্থাসমূহকহে প্ৰতিফলিত কৰিছে।

আনপিনে, কৃষকসকলে নতুন জীৱন গঢ়ি তোলাৰ প্ৰচেষ্টা চলাইছিল যদিও, 'এই জীৱন কেনে হব লাগিব', কি ধৰণৰ সংগ্ৰামেৰে মুক্তি লাভ কৰিব পাৰি', 'তেওঁলোকৰ সংগ্ৰামত কাক নেতা হিচাবে পাব পাৰে,' কৃষক বিপ্লৱৰ প্ৰতি বুৰ্জোৱা শ্ৰেণীৰ আৰু বুৰ্জোৱা বুদ্ধিজীৱীসকলৰ মনোভাব কি', 'জমিদাৰী প্ৰথাৰ অৱসান কৰাৰ কাৰণে জাৰৰ ৰাজত্ব ওফৰাই পেলোৱাৰ প্ৰয়োজন আছে নে নাই, ইত্যাদি সম্পৰ্কত তেওঁলোকৰ ধাৰণাবিলাক আছিল অত্যন্ত অস্পষ্ট, পিতৃ-প্ৰধান সমাজ সুলভ আৰু ধৰ্মীয় ভাৱেৰে প্ৰভাবান্বিত।'

(Lenin : Literature and Art. Page 28-29)

টলষ্টয়ৰ লেখাৰ মাজেদি কৃষকসকলৰ ধ্যান-ধাৰণা, দৃঢ়তা আৰু দুৰ্বলতা, আশা-আকাংখ্যা আৰু সংশয়, সহনশীলতা আৰু নমনীয়তা এই আটাইবোৰেই প্ৰতিফলিত হৈছিল কাৰণেই লেনিনে কৈছিল—

'টলষ্টয়ৰ ধাৰণাবিলাক আছিল আমাৰ কৃষক বিপ্লৱৰ দুৰ্বলতা আৰু ক্ৰুটী বিলাকৰ দৰ্পণ স্বৰূপ, তেওঁৰ লেখাসমূহ আমাৰ গ্ৰামাঞ্চলৰ পিতৃ-প্ৰধান সমাজৰ নমনীয়তাবোৰৰ আৰু সংগ্ৰামশীল কৃষকসকলৰ মনত আৱদ্ধ হৈ থকা ভীৰুতা-বোৰৰে প্ৰতিফলন।'

(Lenin : Art & Literature, Page 29)

টলষ্টয়ে পুঞ্জীভূত ঘৃণা, এটা উন্নত জীৱনৰ কাৰণে বাঢ়ি অহা সংগ্ৰাম, অতীতৰ বন্ধনসমূহৰ পৰা মুক্ত হোৱাৰ হেপাহ আৰু তাৰ লগতে অসম্পূৰ্ণ কল্পনা, ৰাজনৈতিক অনভিজ্ঞতা, বৈপ্লৱিক নমনীয়তা এই আটাইবোৰকে প্ৰতিফলিত কৰিছিল ।'

(Lenin : Art & Literature, Page 30)

টলষ্টয়ৰ সাহিত্যত প্ৰতিফলিত হোৱা বাস্তৱতাৰ আলোচনা প্ৰসঙ্গত লেনিনে আন এঠাইত কৈছিল—

'টলষ্টয়ৰ সমালোচনাবিলাক একো নতুন নহয় । তেওঁৰ আগতেই ইউৰোপীয় আৰু ৰুছীয় সাহিত্যত শ্ৰমজীৱী মানুহৰ বন্ধুসকলে যিবোৰ সমালোচনা কৰি গৈছে তাতকৈ একো নতুন সমালোচনা টলষ্টয়ে কৰা নাই । কিন্তু টলষ্টয়ৰ লেখা-বিলাক অদ্বিতীয় আৰু তাৰ ঐতিহাসিক গুৰুত্ব এই কাৰণেই যে টলষ্টয়ে এজন প্ৰতিভাশালী সাহিত্যিকৰ শিল্পী সুলভ দক্ষতাৰে সেই যুগৰ অধিকাংশ জনসাধাৰণৰ অৰ্থাৎ কৃষি প্ৰধান গ্ৰাম্য ৰুছিয়াৰ মানুহবোৰৰ ভাৱধাৰাত যিবোৰ বৈপ্লৱিক পৰিৱৰ্ত্তন ঘটিছিল সেইবোৰ সত্যনিষ্ঠভাৱে প্ৰকাশ কৰি গৈছে ।'

(Lenin : On Art & Literature, Page 50)

ওপৰত উল্লেখ কৰা ফ্ৰেডৰিক এঙ্গেলছ আৰু লেনিনৰ উদ্ধৃতি কেইটাৰ মাজেৰে মাৰ্ক্সবাদ লেনিনবাদৰ প্ৰবক্তাসকলে শিল্প সাহিত্যত বাস্তৱতা মানে কি অৰ্থ কৰিছিল সেইটো স্পষ্টভাৱে ওলাই আহে । পৰৱৰ্তী কালত এই সম্পৰ্কে প্ৰগতি-শীল সাহিত্যিক আৰু শিল্পীসকলে আৰু বহুতো আলোচনা কৰিছে, বহুতো বিতৰ্ক কৰিছে । সেই আটাইবোৰকে উদ্ধৃত কৰা আৰু আলোচনা কৰাটো এই ৰচনাৰ উদ্দেশ্যও নহয়, ইয়াত তেনে কৰাটো সম্ভৱপৰো নহয় । শিল্প সাহিত্যত বাস্তৱতা মানে কিছুমান প্ৰাকৃতিক দৃশ্যৰ বা কিছুমান বাস্তৱ মানুহৰ হুবহু বৰ্ণনাই নহয় । এটা বিশেষ কালৰ কিছুমান বস্তু, ঘটনা আৰু মানুহক অৱলম্বন কৰিয়ে শিল্প সাহিত্যৰ সৃষ্টি হয় যদিও সেই বস্তু, ঘটনা বা মানুহক অবিৰাম বিকাশৰ গতিতে পৰ্যবেক্ষণ কৰা, সেই বিকাশৰ গতিটো অনুধাৱন কৰি সেই বস্তু, ঘটনা বা মানুহৰ অতীত আৰু ভৱিষ্যত সম্ভাৱনা সম্পৰ্কে কল্পনা কৰা আৰু সেই কল্পনাৰ ৰঙেৰে ৰঞ্জিত কৰি ভাৱমূৰ্ত্তি গঢ়ি তোলাৰ মাজেদিহে শিল্প সাহিত্যৰ সৃষ্টি হয় । এই বিশ্ব প্ৰকৃতিৰ সকলো বস্তুৱেই পৰিৱৰ্ত্তনশীল, সকলো বস্তুৱেই অবিৰাম গতিত বিকাশৰ পথত আগবাঢ়ি আছে । প্ৰকৃতিৰ যিকোনো এটা বস্তু, দৃশ্য বা এজন মানুহক

আমি এটা বিশেষ কালত, বিশেষ স্থানত, বিশেষ পৰিৱেশতহে দেখিব পাৰো; স্থান, কাল আৰু পৰিৱেশৰ পৰা বিচ্ছিন্ন কৰি আমি একোকে দেখিব নোৱাৰো। বিচ্ছিন্নভাৱে আৰু গতিহীন বুলি ধৰি লৈ যিকোনো এটা বস্তু বা মানুহকে বিচাৰ কৰিব গলেই আমি সত্যৰ পৰা আঁতৰি যাম, আমাৰ বিভ্ৰান্তি ঘটিবই আৰু আমি ভুল সিদ্ধান্তত উপনীত হ'বই লাগিব। শিল্পী সাহিত্যিকসকলৰ ক্ষেত্ৰতো সেই একেই কথা। প্ৰকৃতিৰ বা মানৱ সমাজৰ যিকোনো বস্তু, ঘটনা বা মানুহক যদি তেওঁলোকে তাৰ পৰিৱেশ সহ আৰু বিকাশৰ গতিত নেদেখে, তেন্তে তেওঁলোকৰো নিশ্চয় বিভ্ৰান্তি হ'ব আৰু তেওঁলোকৰ কল্পনাৰো লাগ বান্ধ নোহোৱা হৈ যাব, শিল্প সৃষ্টিত বাস্তৱতাৰ প্ৰতিফলনো হ'ব নোৱাৰে। যদি তেওঁলোকে সত্যনিষ্ঠভাৱে প্ৰকৃতি আৰু মানৱ সমাজক নিৰীক্ষণ কৰে, তেন্তে তেওঁলোকে তাৰ প্ৰত্যেকটো বস্তু, ঘটনা আৰু মানুহক পৰিৱেশৰ পৰা অবিচ্ছিন্নভাৱে আৰু বিকাশমান হিচাবেই দেখিব, তেওঁলোকে সত্যৰ সন্ধান পাব, তেওঁলোকৰ কল্পনাসমূহ ঠিক পথেৰেই যাব আৰু তেওঁলোকৰ ব্যক্তিগত মতামত যিয়েই নাথাকক তেওঁলোকৰ শিল্প সৃষ্টিত বাস্তৱতায়ে প্ৰতিফলিত হ'ব।

শিল্পী আৰু সাহিত্যিকসকলৰ জ্ঞান যিমানেই বাঢ়ে, তেওঁলোকৰ সত্য উপলব্ধিও সিমানেই বাঢ়িব, তেওঁলোকৰ সৌন্দৰ্যবোধো সিমানেই বাঢ়িব আৰু তেওঁলোকৰ কল্পনাবিলাকো সত্যক লক্ষ্য কৰিয়ে আগবাঢ়িব। আনহাতে তেওঁলোক নিজেই যদি সমাজৰ নানা জটিলতাই সৃষ্টি কৰা অন্ধবিশ্বাস আৰু বিভ্ৰান্তিবোৰৰ পৰা মুক্ত নহয়, তেওঁলোকৰ কল্পনাবিলাকো সত্যৰ পৰা বহু দূৰে দূৰে বিচৰণ কৰিব আৰু তেওঁলোকৰ সৃষ্টিবোৰত সত্যৰ তথা বাস্তৱতাৰ প্ৰতিফলন হ'ব নোৱাৰে। সত্যৰ প্ৰতি আগ্ৰহ নাথাকিলে, সত্যৰ দ্বাৰা অনুপ্ৰাণিত নহলে শিল্পী-সাহিত্যিকৰ সৌন্দৰ্যবোধৰ অনুভূতিয়ো জাগ্ৰত হ'ব নোৱাৰে। বিশ্ব-প্ৰকৃতি আৰু মানৱ সমাজক বিকাশৰ পথত যিবোৰ নিয়মে অবিৰাম গতিত আগবঢ়াই নি আছে, সেই নিয়মবোৰৰ সম্পৰ্কে জ্ঞান যিমানেই বাঢ়িছে আমি সিমানেই সত্যৰ কাষ চাপি আহিছো। বিশ্ব প্ৰকৃতি যিহেতু অসীম, তাৰ ৰহস্যও অসীম, নিয়মো অসীম। গতিকে আমাৰ সত্যৰ অন্বেষণো চলিয়ে আছে আৰু অনন্ত কাল চলি থাকিব। এই অন্বেষণৰ অগ্ৰগতিয়ে আমাক নতুন নতুন সত্যৰ আৰু নতুন নতুন সৌন্দৰ্যৰ সন্ধান দি থাকিব। আমি 'সকলো বুজিছো' আৰু 'সকলো দেখিছো' বুলি ভবাটো এটা বিভ্ৰান্তিত বাহিৰে একো নহয়। আমি খুব বেছি সত্য অন্বেষণৰ পথটো মাত্ৰ আৱিষ্কাৰ কৰিছো বুলি ভাবিব পাৰো। সত্য 'অদ্বিতীয়' আৰু 'স্বয়ংসম্পূৰ্ণ', কিন্তু

আমি তাৰ বিমানখিনি জানিব পাৰিছো। সেইখিনিয়ে আমাৰ জ্ঞান আৰু সেই কাৰণে আমাৰ জ্ঞান সদায় আপেক্ষিক বা খণ্ড সত্য।

শিল্পী সাহিত্যিকসকলৰ শিল্প-সৃষ্টিতো, কল্পনাতো সত্যনিষ্ঠতাৰ অভাৱ নহলে এই যুগে যুগে মানুহে চলাই থকা 'সত্যৰ অন্বেষণ' নিশ্চয় প্ৰতিফলিত হব আৰু সেয়েই শিল্প-সাহিত্যত প্ৰতিফলিত হোৱা বাস্তৱতা।

আমি আগেয়ে আলোচনা কৰি আহিছো যে সমাজ শ্ৰেণী বিভক্ত হৈ পৰাৰ পিছত, সমাজত ব্যক্তিগত সম্পত্তিৰ প্ৰথা আবিৰ্ভাৱ হোৱাৰ পিছত শোষকসকলে পৰিকল্পিতভাৱেই তেওঁলোকৰ স্বাৰ্থৰ অনুকূলে মানুহৰ ধ্যান-ধাৰণা, ৰীতি-নীতি গঢ়ি তোলাৰ চেষ্টা চলাই আহিছে আৰু বহুতো প্ৰতিভাশালী ব্যক্তিক ধনৰ বা খ্যাতিৰ বিনিময়ত এই কাৰ্যত নিয়োগ কৰি আহিছে। এই শ্ৰেণীৰ প্ৰতিভাশালী ব্যক্তিসকলে তেওঁলোকৰ "ফৰ্মাছ" অনুযায়ী সৃষ্টি কৰা তথাকথিত শিল্প সৃষ্টি বা সাহিত্যবোৰত এই "সত্য অন্বেষণৰ কাহিনী" নাই—তাত মাথোন মানুহৰ মনত অন্ধবিশ্বাস আৰু বিভ্ৰান্তি সৃষ্টি কৰাৰ প্ৰচেষ্টাই প্ৰতিফলিত হৈছে।

## ১৮ ঃ সৰ্বহাৰাৰ সংস্কৃতি

ঐতিহাসিক বস্তুবাদৰ তত্ত্ব ওলাই অহাৰ পিছত আৰু এই তত্ত্বৰ বাস্তৱ ৰূপায়ণ হিচাবে পৃথিৱীৰ এটা অংশই পুঁজিবাদী সমাজ ব্যৱস্থাৰ পৰা সমাজতান্ত্ৰিক সমাজ ব্যৱস্থালৈ আগবাঢ়ি যোৱাৰ ফলত মানৱ সমাজৰ সংস্কৃতিৰো ৰূপান্তৰ ঘটিব ধৰিলে। শ্ৰেণী বিভক্ত সমাজত গঢ়ি উঠা মানুহৰ ৰীতি-নীতি, ধ্যান-ধাৰণা, ৰুচিবোধ আদিৰ দ্ৰুত পৰিৱৰ্তন ঘটিব ধৰিলে আৰু সমাজতান্ত্ৰিক দেশসমূহৰ শিল্পী সাহিত্যিকসকলে এই ৰূপান্তৰত নিজৰ নিজৰ অবদান আগবঢ়াব ধৰিলে। ব্যক্তি আৰু সমাজৰ মাজত সৃষ্ট হোৱা বিৰোধ ক্ৰমে ক্ৰমে লোপ পাব ধৰিলে। "সমাজৰ মঙ্গল হলেহে ব্যক্তিৰো মঙ্গল সম্ভৱপৰ", "ব্যক্তিৰ পাৰ্থিৱ জীৱন আৰু আধ্যাত্মিক জীৱন উন্নত কৰাটো সমাজৰ কৰ্তব্য", "ব্যক্তিৰ সকলো প্ৰতিভা সকলো দক্ষতা ব্যক্তিগত সম্পত্তি বৃদ্ধিৰ অৰ্থে নহয়, সমাজৰ উন্নয়নৰ হকে ব্যৱহাৰ কৰা" ইত্যাদি ধ্যান-ধাৰণা গঢ়ি উঠিব ধৰিলে আৰু এনে ধ্যান-ধাৰণা গঢ়ি তোলাৰ কাৰণে পৰিকল্পিত প্ৰচেষ্টাৰো প্ৰয়োজন আহি পৰিল। 'আমাৰ সুখী আৰু সুন্দৰ জীৱন গঢ়ি তোলাটো এই পৃথিৱীতে, এই জন্মতে সম্ভৱপৰ', তাৰ কাৰণে কোনো অন্য জগত, অন্য জন্মৰ প্ৰয়োজনো নাই আৰু তেনে জগত, অন্য জন্মৰ কল্পনাও

অসভ্য' ইত্যাদিবোৰেই হ'ল নতুন ধৰণে গঢ়ি উঠা আৰু গঢ়ি তুলিব বিচৰা ধ্যান-ধাৰণাবোৰৰ কিছুমান। পূৰ্বৰ সমাজৰ ধ্যান-ধাৰণা, ৰীতি-নীতিবোৰে মানুহক কিদৰে বিকৃত কৰিছিল তাৰে বৰ্ণনা প্ৰসঙ্গত লেনিনে কৈছিল: 'আগৰ সমাজ ব্যৱস্থা এনে এটা নীতিৰ ভেটিত বৰ্ত্তি আছিল তুমি নিজে আনক লুটি লোৱা নহলে তোমাক লুটি লবলৈ আনক সুবিধা দিয়া, তোমাৰ কাৰণে কাম কৰিবলৈ আনক বাধ্য কৰা নহলে তুমিয়ে আনৰ কাম কৰি থকা, হয়তো তুমি আনক তোমাৰ দাস বনাই লোৱা নহলে নিজেই আনৰ দাস হোৱা। স্বাভাৱিকতে এনে এখন সমাজত জন্ম লাভ কৰি যি'কোনো ব্যক্তিয়ে মাকৰ গাখীৰ খোৱাৰ দৰেই সেই সমাজৰ ধ্যান-ধাৰণাবিলাক গ্ৰহণ কৰি যায়, তুমি হয়তো নিজেই দাস নাইবা আন কিছুমান দাসৰ মালিক নাইবা এজন ক্ষুদ্ৰ সম্পত্তিৰ মালিক নাইবা এজন বুদ্ধিজীৱী। কিন্তু তুমি যিয়েই নোহোৱা কিয় তুমি অকল নিজৰ স্বাৰ্থলৈয়ে ব্যস্ত, আনৰ কাৰণে চিন্তা কৰাৰ তোমাৰ কোনো প্ৰয়োজন নাই।'

"যদি মই এডোখৰ মাটিৰ মালিক হৈ তাতে খেতি কৰি আছো, মই আন কাৰো প্ৰতি ভ্ৰূক্ষেপ নকৰো। যদি আন মানুহবোৰ লঘোণে থাকিবলগীয়া হয় সেইটো আৰু ভাল, কাৰণ মই মোৰ উৎপাদিত শস্যখিনিৰ দাম বেছি পাম। যদি মই এজন ডাক্তৰ, ইঞ্জিনিয়াৰ, শিক্ষক, কেৰাণী বা আন কিবা এটা চাকৰি কৰি আছো, মোৰ আনৰ বিষয়ে চিন্তা কৰাৰ কোনো প্ৰয়োজন থাকিব নোৱাৰে। ৰাষ্ট্ৰৰ মালিকসকলক সন্তুষ্ট কৰি থাকিব পাৰিলেই মোৰ চাকৰি থাকি যাব আৰু এসময়ত হয়তো মই এজন পুঁজিপতি হৈ যাবও পাৰো। কমিউনিষ্টসকলে এনে মনোভাৱ আৰু এনে ধৰণৰ ধাৰণাবোৰক মুঠেই প্ৰশ্ৰয় দিব নোৱাৰে।"

(Lenin: On Art and Literature. Page 155)

পুৰণি সংস্কৃতি, পুৰণি ধ্যান-ধাৰণা আৰু নতুন সংস্কৃতি, নতুন ধ্যান-ধাৰণাৰ মাজৰ পাৰ্থক্য এই উক্তি কেইটাত স্পষ্ট হৈ ওলাই পৰিছে।

নতুন সংস্কৃতি গঢ়ি তোলা মানে পুৰণি সংস্কৃতিৰ সকলো অৰ্থাৎ যুগ যুগ ধৰি মানৱ জাতিয়ে আহৰণ কৰা সকলো জ্ঞান, সকলো অভিজ্ঞতাকে ধূলিসাৎ কৰি দি গঢ়ি তুলিব নোৱাৰি। পুৰণিৰ পৰা নতুন গঢ়ি তোলাতে আগৰ সংস্কৃতিৰ ব্যৱহাৰযোগ্য সমলবোৰকে ৰূপান্তৰিত কৰি লব লাগিব আৰু ব্যৱহাৰৰ অযোগ্য হৈ পৰাখিনিক বাদ দিব লাগিব। পুৰণিৰ সংৰক্ষিত কৰিব পৰাখিনিৰ ওপৰত আৰো নতুন যোগ দিব লাগিব। এই সম্পৰ্কত লেনিনে কৈছিল: "আমি

সৰ্বহাৰাৰ সংস্কৃতিৰ কথা কওঁতে এটা কথা নিশ্চিতভাৱে মনত ৰাখিব লাগিব। এই সমস্যাৰ সমাধান কৰিব লাগিলে মানৱ জাতিয়ে সমস্ত বিকাশৰ পথত সৃষ্টি কৰা সংস্কৃতিৰ এটা সম্যক জ্ঞান লাভ কৰিব লাগিব আৰু সেই সংস্কৃতিক ৰূপান্তৰ কৰিব লাগিব। অন্যথাই সৰ্বহাৰাৰ সংস্কৃতি গঢ়ি তোলাটো সম্ভৱপৰ নহয়। এই সংস্কৃতি শূণ্যৰ পৰা গঢ়ি নুঠে নাইবা সৰ্বহাৰা-সংস্কৃতিৰ বিশেষজ্ঞ বুলি নিজে নিজে দাবী কৰা ব্যক্তিসকলেই এই সংস্কৃতি আৱিষ্কাৰ কৰিব বুলি ভৱাটো এটা বাজে কথা। পুঁজিবাদী, সামন্তবাদী আৰু আমোলাতান্ত্ৰিক সমাজ ব্যৱস্থাবোৰৰ ভিতৰতে মানৱ জাতিয়ে আহৰণ কৰা আৰু পুঞ্জীভূত কৰা জ্ঞানৰ ভঁৰালটোৰ অৱশ্যম্ভাৱী বিকাশৰ স্তৰ হিচাবেহে সৰ্বহাৰাৰ সংস্কৃতি গঢ়ি উঠিব লাগিব। মাৰ্ক্সীয় অৰ্থনীতিয়ে যেনেকৈ দেখুৱাই দিছে যে মানৱ সমাজে তাৰ বিকাশৰ পথত শ্ৰেণী সংগ্ৰামৰ মাজেদি সৰ্বহাৰাৰ বিপ্লৱলৈ অৱধাৰিতভাৱেই আগবাঢ়ি যাব, তেনেকৈ সকলো ধৰণৰ সমাজ ব্যৱস্থাৰ মাজতে মানৱ জাতিয়ে আহৰণ কৰা জ্ঞানৰ দ্বাৰাই তাৰ অৱশ্যম্ভাৱী বিকাশৰ স্তৰত সৰ্বহাৰাৰ সংস্কৃতি গঢ়ি তুলিব। এই প্ৰক্ৰিয়া চলি আছে আৰু চলিয়ে থাকিব।"

(Lenin . On Art and Literature. Pages 129-180

## ১৯ ঃ সাহিত্য সংস্কৃতিত সমাজতান্ত্ৰিক বাস্তৱতা

পুঁজিবাদী যুগৰ আনকি তাৰ আগৰ যুগবিলাকতো সত্যনিষ্ঠা সহকাৰে শিল্প সৃষ্টিত মনোনিৱেশ কৰা শিল্পী আৰু সাহিত্যিকসকলৰ সৃষ্টিত বাস্তৱতাই প্ৰকাশ পাইছিল। সেই বাস্তৱতাত সমাজ জীৱনত দেখা দিয়া দ্বন্দ্ববিলাক, ব্যক্তিগত সম্পত্তিৰ প্ৰভাৱে কৰা বিকৃতকৰণৰ প্ৰক্ৰিয়াবিলাক আৰু সমাজ জীৱনৰ ৰীতি-নীতি, ধ্যান-ধাৰণা আদিৰ বিৰুদ্ধে কৰা কিছুমান ব্যক্তিৰ বা শ্ৰেণীৰ বিদ্ৰোহ-বিলাক, সমাজ জীৱন উন্নত কৰাৰ কাৰণে চলোৱা প্ৰচেষ্টাবিলাক বহু পৰিমাণে সত্যনিষ্ঠ শিল্প সাহিত্যিকসকলৰ সৃষ্টিত প্ৰতিফলিত হৈছিল। তেওঁলোকৰ শিল্প সৃষ্টি বিলাকৰ মাধ্যমেদি জনসাধাৰণক উপলব্ধি কৰাব বিচাৰিছিল যে সমাজখন মানুহৰে সমাজ; সকলো সমস্যা মানুহেই সৃষ্টি কৰিছে আৰু মানুহেই সেইবোৰৰ সমাধান কৰিব পাৰিব আৰু এই পৃথিবীতে মানুহে এখন সুন্দৰ সমাজ গঢ়ি তুলিব পাৰে। কিন্তু কোন পথেৰে এই দ্বন্দ্ববিলাকৰ সমাধান হব পাৰে, কোন

পথেৰে মানৱ সমাজ উন্নততৰ স্তৰলৈ আগবাঢ়িব পাৰে, সেই সম্পৰ্কে শিল্পী সাহিত্যিকসকলৰ জ্ঞান আছিল সীমিত, গতিকে সমাজৰ বাস্তৱ অৱস্থাবোৰ বিভিন্ন ধৰণৰ ভাৱমূৰ্ত্তি সৃষ্টি কৰি তাক প্ৰকাশ কৰিবলৈ সমৰ্থ হৈছিল যদিও এটা সুস্পষ্ট পথৰ ইঙ্গিত দিয়াটো বা কল্পনা কৰাটো তেওঁলোকৰ পক্ষে সম্ভৱপৰ নাছিল।

উনৈশ শতিকাত কাৰ্ল মাৰ্ক্স আৰু ফ্ৰেডৰিক এঙ্গেলছৰ বিজ্ঞানসম্মত ঐতিহাসিক বস্তুবাদৰ তত্ত্ব ওলোৱাৰ পিছত, মানৱ জাতিৰ জ্ঞান ভাণ্ডাৰলৈ এটা অমূল্য সম্পদ আহি পৰিল। মানৱ সমাজ যে অৱধাৰিতভাৱে সমাজতন্ত্ৰলৈ আগুৱাই যাব ধৰিছে, এই সম্পৰ্কে সকলো সৎ আৰু চিন্তাশীল ব্যক্তিয়ে সন্দেহ দ্ৰুত গতিত আঁতৰি যাব ধৰিলে। কুৰি শতিকাত প্ৰথম ৰুছ বিপ্লৱ আৰু তাৰ পিছতেই পৃথিৱীৰ এক-পঞ্চমাংশত সমাজতান্ত্ৰিক সমাজ প্ৰতিষ্ঠা হোৱাৰ পিছত, সত্যনিষ্ঠ থকা সকলো শিল্পী-সাহিত্যিক আৰু সমাজৰ মঙ্গলকামী লোকেই অতি কম সময়ৰ ভিতৰতে উপলব্ধি কৰিব ধৰিলে যে তেওঁলোকৰ কল্পনাৰ সুন্দৰ ৰাজ্যখন এই পৃথিৱীতে সম্ভৱপৰ। ধনৰ প্ৰভাৱে বিকৃত কৰি ৰখা মানৱ জাতিৰ মুক্ত আৰু স্বতঃস্ফূৰ্ত্ত আত্ম প্ৰকাশ মানুহেই গঢ়িব পাৰে আৰু এই জন্মতে সম্ভৱপৰ; মাত্ৰ ঠিক পথেৰে মানুহে চেষ্টা কৰাৰ প্ৰয়োজন। যুগ যুগ ধৰি শোষক শ্ৰেণীসমূহে গঢ়ি তোলা স্বাৰ্থপৰতা, পৰহিংসা, জাতিদ্বেষ আৰু শোষণৰ ৰীতি-নীতিবিলাক, ধ্যান-ধাৰণাবিলাক সাধাৰণ শ্ৰমৰত মানুহবোৰেই আঁতৰ কৰিব পাৰে, তাৰ কাৰণে কোনো দৈৱিক শক্তিৰ বা ভগবানৰ ইচ্ছাৰ প্ৰয়োজন নাই। সমাজত ব্যক্তিৰ বিকাশক বিকৃত কৰা আৰু বাধাগ্ৰস্ত কৰি ৰখা সকলো ৰীতি নীতি, ধ্যান-ধাৰণা আঁতৰ কৰি, সমাজ আৰু ব্যক্তিৰ স্বাৰ্থৰ মাজত থকা দ্বন্দ্ববোৰ আঁতৰ কৰি সমগ্ৰ মানৱ সমাজকে সুখী, সহজ আৰু আনন্দময় জীৱন গঢ়ি তোলাৰ কাৰণে অকল প্ৰকৃতিৰ লগত সংগ্ৰামত নমাই দিয়াটো হৈ পৰিল এই নতুন যুগৰ শিল্পী সাহিত্যিকসকলৰ লক্ষ্য।

যিবোৰ দেশত সমাজতান্ত্ৰিক সমাজ ব্যৱস্থা ৰচনা কৰাৰ কাম ইতিমধ্যে সম্পূৰ্ণ হৈছে বা আৰম্ভ হৈছে, সেইবোৰ দেশতো অতীতৰ সমাজ ব্যৱস্থাবোৰে সৃষ্টি কৰা বিকৃত ধ্যান-ধাৰণা আৰু ৰীতি-নীতিবোৰৰ প্ৰভাৱ প্ৰাক্তন শোষকসকলৰ ওপৰত আনকি পূৰ্বৰ সমাজ ব্যৱস্থাতে জন্ম লাভ কৰি তাণ্ডৱ-দীঘল হোৱা শোষিত শ্ৰেণীসমূহৰো কিছু অংশৰ ওপৰত আৰু সেই সমাজত শোষক শ্ৰেণীসমূহৰ দ্বাৰা লালিত-পালিত হোৱা বুদ্ধিজীৱীসকলৰ কিছু অংশৰ ওপৰত এতিয়াও ৰৈ আছে আৰু বহু দিনলৈ হয়তো ৰৈ থাকিব। তদুপৰি এতিয়াও পুঁজিবাদী সমাজ ব্যৱস্থা

চলি থকা দেশসমূহৰ শোষকসকলে পৰিকল্পিতভাৱে সমাজতান্ত্রিক দেশসমূহৰ ভিতৰত তেওঁলোকৰ শোষণক কেন্দ্র কৰি গঢ়ি উঠা সংস্কৃতি বা অপ-সংস্কৃতিক নানা ধৰণে চালান দিয়াৰ চেষ্টা চলায়ে আছে। গতিকে সমাজতান্ত্রিক দেশৰ শিল্পী-সাহিত্যিকসকলেও সমাজতান্ত্রিক ব্যৱস্থাক কেন্দ্র কৰি গঢ়ি উঠা আৰু গঢ়ি তুলিব বিচৰা সংস্কৃতিৰ অভিযান পৰিকল্পিতভাৱেই কৰিব লাগিব আৰু কৰি আছে। সমাজতান্ত্রিক বাস্তৱতাৰ সূত্র প্রসঙ্গত খ্যাতনামা ৰুছ সাহিত্যিক মেক্সিম গোর্কীয়ে কৈছিলঃ 'সমাজতান্ত্রিক বাস্তৱতা হ'ল এনে এটা কার্য, এনে এটা সৃষ্টি, যাৰ লক্ষ্য হ'ল মানুহৰ অতি মূল্যবান শক্তিসমূহক অবিৰাম গতিত বিকশিত কৰি থকা, যাতে তেওঁ প্রকৃতিৰ শক্তিসমূহক জয় কৰি স্বাস্থ্যবান আৰু দীঘলীয়া জীৱন উপভোগ কৰিব পাৰে, যাতে তেওঁ পৃথিৱীত মানুহৰ পৰম সুখী জীৱন দেখি আনন্দ লাভ কৰিব পাৰে, পৃথিৱীত মানৱ জাতিয়ে নিজৰ সকলো ক্রমবর্দ্ধমান অভাৱকে পূৰণ কৰাৰ মাজেদি এটা সুখী পৰিয়ালৰ দৰে বাস কৰিব পৰা এখন পৃথিৱী গঢ়ি তোলাৰ কাৰণে যাতে তেওঁ আগ্রহী হৈ পৰে।'

(Maxim Gorky : Collected Works, Vol. 27, Page 330)

মানুহে নিজে স্বাস্থ্যবান আৰু সুখী হোৱাৰ উপৰিও পৃথিৱীৰ সকলো মানুহকে সকলো অভাৱ পূৰণ কৰি, এটা সুখী পৰিয়ালৰ দৰে বাস কৰিব পৰা পৃথিৱী এখন গঢ়ি তোলাৰ কাৰণে অনুপ্রেৰণা লাভ কৰিব পৰা সংস্কৃতিৰ পত্তন হোৱাৰ কাৰণে কিহৰ প্রয়োজন? মানুহে মানুহক শোষণ কৰা, নিজৰ সুখৰ কাৰণে আনক সুখৰ পৰা ৱঞ্চিত কৰা, প্রকৃতিৰ শক্তিবিলাকক জয় কৰাৰ পৰিবর্তে মানুহৰ মাজত অন্ধবিশ্বাস সৃষ্টি কৰা, যিকোনো ধৰণৰ স্বার্থপৰতা থকা সকলো ৰীতি-নীতি, ধ্যান ধাৰণা, ৰুচিবোধ আদিৰ অৱসান ঘটাই নতুন ধ্যান-ধাৰণা, নতুন ৰীতি-নীতি, নতুন ৰুচিবোধ নিশ্চয় সৃষ্টি কৰিব লাগিব। মানুহৰ জীয়াই থকাৰ নিৰাপত্তা, সমাজ আৰু ব্যক্তিৰ স্বার্থ একে হৈ পৰা, নিজৰ অভিৰুচি মতে স্বেচ্ছাই কর্ম কৰাৰ অধিকাৰ ইত্যাদিৰ অবিহনে এই সংস্কৃতি গঢ়ি উঠিব নোৱাৰে। সমাজতান্ত্রিক সমাজ ব্যৱস্থাত মানুহে এই সংস্কৃতি গঢ়ি তোলাৰ বাস্তৱ অৱস্থাবোৰ আহি পৰিছে। গতিকে সকলো শিল্পী-সাহিত্যিকে এই সংস্কৃতি গঢ়ি তোলাৰ লক্ষ্য আগত ৰাখি নিজৰ শিল্প-সৃষ্টি কৰাত নামিছে। সমাজতান্ত্রিক বাস্তৱতা হ'ল সমাজতান্ত্রিক যুগৰ বাস্তৱতা। অর্থাৎ সমাজতন্ত্রক বাস্তৱতা বুলি উপলব্ধি কৰি, শিল্প-সৃষ্টিত নামি পৰা শিল্পী-সাহিত্যিকসকলৰ শিল্প-কর্ম।

## ২০ ৪ পুঁজিবাদী আৰু পিছপৰা দেশবোৰত সমাজতান্ত্রিক বাস্তৱতাৰ স্বৰূপ

ইতিমধ্যে পৃথিবীৰ প্ৰায় এক তৃতীয়াংশ অঞ্চলৰ কিছুমান দেশত সম্পূৰ্ণভাৱে সমাজতান্ত্রিক ব্যৱস্থা প্ৰতিষ্ঠিত হৈছে আৰু আন কিছুমানত শ্ৰমজীৱী জনসাধাৰণে সৰ্বহাৰা শ্ৰেণীৰ নেতৃত্বত সংগঠিত হৈ ৰাষ্ট্ৰ ক্ষমতা দখল কৰি সমাজতন্ত্ৰ ৰচনাৰ পথত আগবাঢ়িছে। পৃথিবীৰ বাকী অঞ্চলৰ মানুহৰ মাজতো সমাজতন্ত্ৰ কি, সমাজৰ কোনবোৰ শ্ৰেণীৰ মানুহে কি ধৰণে সমাজতান্ত্রিক সমাজ গঢ়িব পাৰে তাৰ এটা স্পষ্ট ধাৰণাই গঢ় লৈছে। এনে এটা পৰিবেশত সমগ্ৰ পৃথিৱীতে শ্ৰমজীৱী মানুহে বিশেষকৈ সৰ্বহাৰা শ্ৰেণীয়ে এখন শোষণমুক্ত সমাজ গঢ়ি তোলাৰ লক্ষ্যত যাত্ৰা কৰিছে য'ত সকলো মানুহৰে জীয়াই থকাৰ কাৰণে নিশ্চয়তা আহিব আৰু জীৱন ধাৰণৰ বাস্তৱ উপকৰণসমূহ প্ৰচুৰ পৰিমাণে উৎপাদন হব সমভাৱে বিতৰণ হব, জীয়াই থকাৰ সংগ্ৰাম সহজ হব, শ্ৰমৰ মাত্ৰা কমিব আৰু এটা সুখী আৰু আনন্দময় জীৱন-যাপন কৰিব পাৰিব। এই সমস্ত কল্পনা সমাজতন্ত্ৰক কেন্দ্ৰ কৰিয়ে গঢ় লৈছে। বৰ্তমান যুগত সুখী আৰু আনন্দময় জীৱনৰ কাৰণে পৃথিবীৰ বাহিৰত স্বৰ্গ ৰাজ্যৰ কল্পনা, মৃত্যুৰ পিছত এটা অন্য জীৱনৰ কল্পনা, শোষণৰ আৰু অন্যায় অবিচাৰৰ অবসানৰ কাৰণে ভগৱানৰ হস্তক্ষেপ ইত্যাদি ধৰণৰ কল্পনা বোৰ অবাস্তৱ আৰু ধ্বংসমূলক ভাৱবিলাসিতাত পৰিণত হৈছে।

পুঁজিবাদী আৰু পশ্চাৎপদ দেশসমূহত সৰ্বহাৰা শ্ৰেণী আৰু শ্ৰমজীৱী জনসাধাৰণে সংগঠিত হৈ সমাজতন্ত্ৰ ৰচনাৰ প্ৰাথমিক স্বৰ্ত্ত হিচাবে শোষক শ্ৰেণীসমূহৰ পৰা ৰাষ্ট্ৰ ক্ষমতা কাঢ়ি অনাৰ চেষ্টা কৰিছে। আনহাতে শোষক শ্ৰেণীসমূহে নানা ধৰণৰ কৌশল অৱলম্বন কৰি সাম্প্ৰদায়িকতা, জাতি, ধৰ্ম, অন্ধ-বিশ্বাস আদিৰ ভ্ৰান্ত ধাৰণাবিলাকক পাৰ্যমানে বৃদ্ধি কৰি শ্ৰমজীৱী জনসাধাৰণক ঐক্যবদ্ধ আৰু সংগঠিত হোৱাৰ পথত অগণন হেঙাৰ সৃষ্টি কৰি আছে। এইটোৱে হ'ল এইবোৰ দেশৰ বাস্তৱ প্ৰতিচ্ছবি। এই প্ৰতিচ্ছবিটো শিল্পী-সাহিত্যিকসকলৰ সৃষ্টিত প্ৰতিফলিত হোৱাটোৱেই হ'ল বাস্তৱতা। এই শিল্প-সৃষ্টিবোৰৰ মাজেদি শ্ৰমজীৱী জনসাধাৰণক সংগঠিত আৰু ঐক্যবদ্ধ হোৱাৰ প্ৰেৰণা যোগোৱা, সমাজতান্ত্রিক সমাজ ৰচনাৰ প্ৰতি আগ্ৰহান্বিত কৰা আৰু আগবাঢ়ি যোৱাৰ প্ৰেৰণা যোগোৱাই হ'ল সমাজতান্ত্রিক বাস্তৱতা। উনৈশ শতিকাৰ অৰ্থাৎ মাৰ্ক্স এঙ্গেলছৰ যুগৰ নিচিনা আজি আৰু পৃথিবীৰ কোনো অঞ্চলতে সমাজতন্ত্ৰ এটা "সুখৰ সপোন" হৈ থকা নাই।

যিকোনো সাহিত্যৰ পাঠকসকল আজি আৰু "যাইকৈ বুর্জোৱা সমাজৰ প্রভা-ৱান্বিত" হৈ থকা নাই। এইবোৰ দেশতো আজি সমাজতন্ত্রই এটা "বাস্তৱ পৰিকল্পনা"ৰ ৰূপ লৈছে। এইবোৰ দেশতো শ্রেণী সংগ্রামে প্রত্যক্ষভাৱে আত্মপ্রকাশ কৰি আছে। সাম্রাজ্যবাদ আৰু শোষক শ্রেণীসমূহৰ স্বৰূপ প্রকাশ, শ্রমজীৱী জনসাধাৰণে ঐক্যবদ্ধ আৰু সংগঠিত হোৱাৰ কাৰণে চলোৱা প্রচেষ্টা-সমূহৰ ৰূপায়ণ, সমাজতন্ত্রৰ প্রতি ক্রমবর্দ্ধমান দৃঢ় বিশ্বাস, পুঁজিবাদী আৰু প্রাক-পুঁজিবাদী সমাজত গঢ়ি উঠা অন্ধ-বিশ্বাসসমূহৰ স্বৰূপ উদঘাটন, মানুহেই যে সমাজ পৰিৱর্ত্তন কৰিব পাৰে এই ধাৰণাৰ সৃষ্টি কৰা, শ্রমজীৱী জনসাধাৰণৰ দ্বাৰা ৰাষ্ট্র ক্ষমতা দখল কৰাৰ অপৰিহার্যতা সম্পর্কে ধাৰণাৰ সৃষ্টি কৰা আদিয়ে হ'ল এইবোৰ দেশৰ শিল্প-সাহিত্যত সমাজতান্ত্রিক বাস্তৱতাৰ যথার্থ প্রয়োগ।

তাৰ লগে লগে ধ্বংসমূলক ভাৱ-বিলাসিতা অর্থাৎ "সংসাৰ অসাৰ", "মানুহেনো কি কৰিব পাৰে", "কাকনো বিশ্বাস কৰিব", আমাৰ সমস্যাসমূহ একেবাৰে সুকীয়া", "মহাপুৰুষসকলে বিশেষ উদ্দেশ্য সাধনৰ কাৰণে জন্মগ্রহণ কৰে", "সকলো অনর্থই হ'ল পূর্বজন্মৰ কর্মফল", "তোমাক নাপালে মোৰ জীৱনৰ কি সার্থকতা", "ভাগ্যত যি আছে তাকেইহে পাব পাৰি" ইত্যাদি ধৰণৰ ধ্যান-ধাৰণা সৃষ্টি কৰা শিল্প-সাহিত্যসমূহৰ কঠোৰ সমালোচনা কৰা আৰু এই ধ্যান-ধাৰণাবোৰে যে শোষক শ্রেণীসমূহৰ স্বার্থকে পৰোক্ষভাৱে সাধন কৰি আছে, সেই গূঢ় সত্যটো শিল্প-সাহিত্যৰ মাজেৰেই মানুহৰ বোধগম্য কৰি তোলাও হ'ল সমাজতান্ত্রিক বাস্তৱতাৰ অন্যতম প্রয়োগ।

**সমাপ্ত**